# কোমল হাতৰ চিঠি

শ্ৰীবজ্ৰেশ্বৰ দাস

বৈশ্য চিল্ক হাউছ
এম-চি-ৰোড
গুৱাহাটী ক্লাব
গুৱাহাটী-৭৮১০০৩

Komal Hatar Sithi,— An Assamese short story collection, written by Shri RATNESWAR DAS and published by Shri Shashindra Nath Baishya, M/s BAISHYA SILK HOUSE, M. C. Road, Guwahati-781003 ( Assam ) ( Near Guwahati Club Police Point )
Price Rupees Fifteen only. First publish in Dec. '87.

প্ৰকাশক ঃ
শ্ৰীশশীন্দ্ৰ নাথ বৈশ্য
বৈশ্য চিল্ক হাউছ— গুৱাহাটী ক্লাব
গুৱাহাটী-৭৮১০০৩

মূল্য— ১৫·০০ ( পোন্ধৰ টকা )

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ ১৯৮৭

বেটুপাত ঃ
অসীম দাস
ছিলং ঃ বিষ্ণুপুৰ

শ্ৰীৰত্নেশ্বৰ দাসৰ দ্বাৰা
বৰপেটা জনসেৱা প্ৰেছত মুদ্ৰিত।

# উছৰ্গা

মই যিজন অসমৰ শ্ৰেষ্ঠ গল্পকাৰৰ আদেশত গল্প লিখিব লৈছিলো সেইজন গল্প লিখক এতিয়া আমাৰ মাজত নাই। তেখেতক মই জীৱন্ত কালত ছিলঙত লগ পাইছিলো আৰু মাজে মাজে তেখেতৰ লাবানৰ নিজা বাসভৱনলৈকে গৈছিলো। সেইজনা গল্পকাৰ স্বৰ্গীয় ৰমা দাশৰ পবিত্ৰ স্মৃতিত মোৰ গল্প সংকলন "কোমল হাতৰ চিঠি" নামৰ কিতাপখনি উছৰ্গা কৰিলো।

লগতে মোৰ চকুৰ আগতেই মোক কন্দুৱাই থৈ যোৱা খুৰাদেউ স্বৰ্গীয় নাৰায়ণ চন্দ্ৰ পাঠক, ৺দীন নাথ দাস, ৺যোগেশ্বৰ পাঠক, ৺তৰুণ চন্দ্ৰ দাস আৰু খুৰীদেউ স্বৰ্গীয়া হৰেশ্বৰী প্ৰভা দাস, ৺বৰদা প্ৰভা পাঠক আৰু ৺সৰোজিনী প্ৰভা দাসক শ্ৰদ্ধা আৰু সেৱা জনাইছো। ইতি—




কেওটকুছি সত্ৰ, বৰপেটা।

●

জাপৰিগোগ, চিৰিয়াখানা পথ

গুৱাহাটী ( অসম )

●

ছিলং ( মেঘালয় )

# সূচী-



---

## লিখকৰ প্ৰকাশ পোৱা কিতাপ—

১। মৰম বিচাৰি।

২। মোৰ জনতা মোৰ প্ৰেম।

## প্ৰকাশৰ পথত—

১। শেষ বল শেষ গান (কবিতা)

২। প্ৰেম, মানুহ আৰু পৃথিৱী (কবিতা সংকলন)

৩। অশ্ৰু বন্যা (গল্প)

৪। নাৰী আৰু পৃথিৱী (গল্প)

৫। জেলেই আপোন ঘৰ (গল্প)

# মোৰ কথা—

সত্য কথা কব গলে মই এজন কবিতা লিখাহে মানুহ। অসমৰ অসমীয়া ভাষা সাহিত্যত কবি বুলিহে মোৰ পৰিচয়। মই চুটি গল্পকাৰ বা কথাশিল্পী নহয়। জীৱনৰ সমুখত দেখিছো এখন মানুহৰ ৰহস্যময় সমাজ। মানুহৰ সমাজত প্ৰতি দিনে ঘটি আছে বিভিন্ন ঘটনা। সেই ঘটনা প্ৰবাহবোৰত বাস্তৱ ৰূপ দিয়াৰ কাৰণে মোৰ হিয়াখনি এদিন বিদ্ৰোহ কৰি উঠিছিল।

মানুহৰ হৃদয়ে হৃদয়ে আছে পোৱা নোপোৱাৰ বহুত বেদনা আৰু হা-হুমুনিয়াহ। সেইবোৰ নথকা হলে হয়তো কবিতা, গল্প, উপন্যাস আৰু নাটকৰ সৃষ্টি ইমান নহ'ল হেঁতেন। সেয়েহে মই দুৰ্ভগীয়া মানুহৰ বাস্তৱ জীৱনত ঘটি যোৱা কিছুমান ঘটনা প্ৰবাহবোৰ এই "কোমল হাতৰ চিঠি"ত সন্নিবিষ্ট কৰিব খুজিছো। কিন্তু ইয়াত থকা প্ৰতিটো গল্পত বৰ্ণনা কৰা কাহিনী আৰু চৰিত্ৰবোৰ কাল্পনিক হলেও তাত বাস্তৱ ৰূপ দিয়াৰ চেষ্টা চলোৱা হৈছে। অৱশ্যে প্ৰতিটো গল্প ৰচনা কৰা হৈছিল বাস্তৱ সত্যক লৈহে। সেয়ে কওঁ,— গল্পকাৰৰ মৌলিক সৃষ্টিৰ জগত কোনো ব্যক্তিৰ বাস্তৱ জীৱন কাহিনীৰ পৰিচয় ঘটিলে সেয়া সঁচাকৈ হব অতি আকস্মিক।

গল্প সংকলনটো প্ৰকাশৰ বাবে যি সকল ব্যক্তিয়ে সহায় আৰু সহযোগ আগ বঢ়াইছিল সেই সকলৰ ভিতৰত সৰ্বশ্ৰী প্ৰাণেশ্বৰ কলিতা, সমৰেশ ধৰ, গোবিন্দ চন্দ্ৰ চমুৱা, ভগবান চন্দ্ৰ দাস, দেৱানন্দ বৰুৱা, মহেশ্বৰ দাস তালুকদাৰ, সদানন্দ দাস, নবীন দত্ত, বাবুল দাস, বিভূতি বৰকটকী, অৰুণ বৰঠাকুৰ, জগন্নাথ দাস, সৰ্বানন্দ দাস, কেশৱ চন্দ্ৰ গোস্বামী, প্ৰসন্ন কুমাৰ শৰ্মা, কুঞ্জলাল মেধী, যতীন মেধী, দীনেশ মেধী,

দেবানন্দ দাস, শ্ৰীমতী মালবিকা বৰুৱা, দ্বিজেন্দ্ৰ নাথ ভূঞা, দেবেন চন্দ্ৰ ভৌমিক, নৰেশ্বৰ দাস, উত্তম চন্দ্ৰ শৰ্মা, নিকুঞ্জ নাথ শৰ্মা, সৰোজ চন্দ্ৰ দাস, ইন্দ্ৰমোহন শৰ্মা আৰু বহুতো ।

ছিলং মুকুল সংঘৰ ফালৰ পৰা শ্ৰীযুত ধৰণীধৰ মহন্ত, শ্ৰীদয়াময় শইকীয়া, শ্ৰীপোনা ৰাম কলিতা, শ্ৰীসুভাঞ্জন দাশ আৰু বহুতো । তাৰ পিচত মোৰ সহধৰ্মিণী শ্ৰীমতী কামাখ্যা প্ৰভা দাসে কিতাপখনি ছপাই উলিওৱাৰ কাৰণে যথেষ্ট প্ৰেৰণা জগাইছিল । সকলোলৈ মোৰ ধন্যবাদ জনালো ।

এই গল্প সংকলনটিৰ পাণ্ডুলিপিটো কৰি দিয়া কাৰণে মোৰ ছোৱালী শ্ৰীমতী ফুলকুমাৰী দাস, শ্ৰীমতী পূৰ্ণিমা দাস আৰু শ্ৰীমতী কবিতা দাস—প্ৰতিজনীৰ প্ৰতি আশীৰ্বাদ থাকিল ।

গল্প সংকলনটো প্ৰকাশৰ দায়িত্ব বহন কৰা বৈশ্য চিক্ক হাউছ এম-চি-ৰোড, উজান বজাৰ ( গুৱাহাটী ক্লাবৰ কাষত অৱস্থিত ) স্বত্বাধিকাৰী শ্ৰীশশীন্দ্ৰ নাথ বৈশ্যলৈও মোৰ আন্তৰিক ধন্যবাদ থাকিল । ধন্যবাদ থাকিল বেটুপাত আঁকি দিয়া শ্ৰীযুত অসীম দাসলৈও । ইতি—

সেৱক—
শ্ৰীবজ্ৰেশ্বৰ দাস ।

ছিলং গুৱাহাটী, জাপৰিগোগ
কেওঁটকুছি, বৰপেটা
১/৯/৮৭ ]

# "কোমল হাতৰ চিঠি"

"Life is a flower of which love is the honey" সেয়া আছিল এটা সুন্দৰ বসন্ত কালৰ ৰাতিপুৱা। ৰবেনে ৰাতিপুৱা শোৱাৰ পৰা উঠি মুখ হাত ধুই চাহ জিনি খাই কামত লাগি গৈছিল। এনেকৈয়ে ৰবেনৰ সমুখেদি বহুত সময় পাৰ হৈছিল। বেৰত আঁৰি থোৱা ঘড়ীটোৱে টিং টিং কৈ ন বজাৰ কোব পৰিছিল। ৰবেনে ভাত কেইটা খাই অফিচলৈ খোজ লৈছিল। ঠিক চাৰে-ন বজাৰ লগে লগে ৰবেনে গৈ অফিচ পাইছিল। সি তাৰ কোঠাত সোমাই খুউব অলস ভাবে চকীখনত বহি ইটো সিটো কথা ভাবি আছিল। এনেতে কিৰিং কিৰিং কৈ তাৰ টেবুলৰ ওপৰত থকা ফোনটো বাজি উঠিছিল। ৰবেনে ফোনটো বিচিভাৰৰ পৰা তুলি লৈ কৈছিল, দাস হিয়াৰ। মই বৈশ্যাই কৈছো ? কওকচোন। মিঃ দাস, তুমি সময় পালে মোক আজি আবেলি ঘৰত যেন লগ ধৰা। ৰবেনে বাৰু বুলি কৈ ফোনটো পুনৰ বিচিভাৰত লাহেকৈ থলে।

যোৱা কেইদিনমানৰ পৰা ৰবেনৰ মনটো বৰ উগুল-থুগুল লাগি আছে। তাৰ হমাৰ হমাৰ মৰমীলৈ মনত পৰিছে। আগতে দেখোন তাৰ এনেকৈ মৰমীলৈ মনত পৰা নাছিল। তথাপি ৰবেনে ইটো সিটো কামত ব্যস্ত আছিল। কিছুসময় কাম কৰি আকৌ সি মৰমীৰ কথাকেই ভাবি গৈছিল। আজি তাৰ মৰমীলৈ ইমান মনত পৰিছে কিয় ? মৰমীৰ কিবা বিপদ হৈছে নেকি ? মৰমীয়ে তাৰ কথা স্মৰণ কৰিছে নেকি ? কিন্তু মৰমী দেখোন তাক কেতিয়াবাই পাহৰি গৈছে। যৌৱনতেই সি মৰমীক হিয়া দি ভাল পাইছিল। কিন্তু আজিলৈ মৰমী তাক আপোন বুলি ভাবি কাম চপা নাই দেখোন। এনেবোৰ কথা ভাবি থাকোতেই নায়ক অমৰ সিঙে তাক চেলাম দি কোঠাৰ ভিতৰত প্ৰৱেশ কৰি ৰবেনক এখন চিঠি দিলে আৰু কলে চাৰ, আপকা চিঠি হ্যায়! ৰবেনে চিঠিখন লৈ নায়ক অমৰ সিঙক বিদায় দিছিল। নায়ক অমৰ সিঙে তাক চেলাম

দি খোজ লৈছিল । ৰবেনে চিঠিখনি ইফাল সিফালকৈ চাই অনুভৱ কৰিলে যে, মৰমীৰ কোমল হাতৰ চিঠি । সি অতি হেপাহেৰে মৰমীৰ চিঠিখনি খুলি লৈ পঢ়ি গৈছিল—

মৰমৰ ৰবেন দাদা !

মোৰ পোন প্ৰথমে প্ৰেম-প্ৰীতি, ভালপোৱা আৰু শ্ৰদ্ধা লব । আশা কৰো আপোনাৰ ভাল । ময়ো কোনোমতে দাদা নমৰি জীয়াই আছো । দাদা আজি আপোনালৈ মই বিশেষ কাৰণত এই চিঠিখনি লিখিলো । আশাকৰো আপুনি মোৰ অনুৰোধ ৰাখিব আৰু কিবা এটা সোনকালে ব্যৱস্থা কৰিব । চিঠি পঢ়ি আপুনি মোক ভুল নুবুজিব । জীৱনত বহুত ভুল কৰিছো । বোধকৰো সেই ভুলৰ এই জনমত সমাধিস্থ নহব । মই জানিব পাৰিছো আপোনাৰ হাতত এতিয়া ক্ষমতা আছে । দাদা ! আপুনি যে, গুৱাহাটীত এটা ঘৰ বান্ধিছে সেই ঘৰটোৰ এটা কোঠা মোলৈ ভাৰা দিব নেকি ? মই এক বছৰমান তাত থাকি কিবা শিকাৰ ইচ্ছা কৰিছিলো । যদি দয়া কৰি আপুনি মোক গুৱাহাটীৰ ঘৰত থকাৰ সুবিধাকণ দিলেহেতেন মোক বৰ উপকাৰ কৰা হ'লহেতেন । মই বহু চিন্তা কৰি চাই মিলি আপোনালৈ চিঠি লিখিবলৈ বাধ্য হ'লো ।

জানে দাদা ! মোৰ এতিয়াৰ অৱস্থা খুউব বেয়া । মোৰ এইখন ঘৰত থাকিবলৈ অকণো ইচ্ছা যোৱা নাই দাদা । আপোনাক আপোন দাদা বুলি ভাবিছে মোৰ এৰি অহা জীৱনত ঘটি যোৱা সকলো ঘটনা কবলৈ মন গৈছে । মোৰ এতিয়া আপোনাৰ বাহিৰে আপোন বুলি কোনো নাই । কেৱল আপুনি আছে আৰু মই আছো । আছে ভগৱান আৰু এই পৃথিৱীৰ মানুহ । কিন্তু দাদা এইখন ঘৰৰ কোনো মানুহে মোৰ কাৰণে নাভাবে । এতিয়া যি বুজিলো মই মোৰ নিজৰ জীয়াই থকাৰ কথা চিন্তা কৰিব লাগিব । এবছৰ যদি গুৱাহাটীত থাকি কিবা এটা শিকিব পাৰো তেতিয়া হলে ভবিষ্যতলৈ মই কৰবাত কিবা এটা কাম কৰিব পাৰিম । মোৰ সমুখত থকা সময়খিনি সুন্দৰভাৱে পাৰ হব । ময়ো তেতিয়া দাদা আপোনাক দৰেই অহা দিনবোৰ আনন্দেৰে কটাব পাৰিম । আপোনাক লগ পালেই সুখৰ দুখৰ কথা পাতিম ।

জানে দাদা ! চিন্তা ভাবনা আৰু নিৰানন্দৰে মই বহুদিন কটাই দিলো এই পুৰণি ঘৰখনত । মোৰ এই পুৰণি ঘৰখনৰ প্ৰতি

বৰ নাৰা আছিল। কাৰণ জানেই নহয় এইখন ঘৰতেই মই এদিন জন্ম লৈ শৈশৱ, কৈশোৰ আৰু যৌৱনত ভৰি দিছিলো। কিন্তু এইখন ঘৰৰ মায়াত আবদ্ধ থাকিলে জানো হব? এতিয়া যিটো দেখিছো দাদা মই এইখন ঘৰত থাকিলে মৰি থাকিব লাগিব। এতিয়া মোৰ মৰাৰ বাহিৰে অন্য পথ নাই। কিন্তু মই মৰিলে আপুনি কেনেকৈ থাকিব? মোৰ প্ৰতি আপুনি উদাসীন নহব। যদিও কৈছিলো মই, মোৰ বাচি থাকিবলৈ অকণো ইচ্ছা নাই। কিন্তু মই জীয়াই থাকোতেই আপুনি মোক ভাল পোৱাৰ প্ৰতিদান দিবই লাগিব। নহলে মোৰ অন্তৰআত্মাই তৃপ্তি নেপাব। মই প্ৰতিদিনে আঘাতৰ পিচত আঘাত পাই আছো। দুখৰ উপৰি দুখ পাই আছো। নীৰৱেই মই সেইবোৰ সকলো সহ্য কৰি গৈ আছো দাদা। অৱশ্যে মোক দুখ দিয়াৰ গুৰিতেই হ'ল মোৰ ককাইদেউ হৰিমন। তেওঁ নিজৰ চৰিত্ৰ সংশোধন নকৰি লোকৰ চৰিত্ৰ সংশোধন কৰাত ব্যস্ত। নিজে কি কৰিছিল সেই কথা সকলোৱে জানে। আপুনিও জানে। আপুনি মোৰ চিঠি পালেই সোনকালে খবৰটো দিব। হবনে নহব তাকো জনাব। ক্ৰম নিলিখিব। এই গোপন কাহিনীটো আপুনি কাৰো আগত যেন নকয়। য'তেই নহওক দাদা? আপুনি মোক কিবা এটা উপায় কৰি দিবই লাগিব। এতিয়া মই মোৰ ঘৰৰ মানুহৰ ওচৰত নাথাকো। লগতে এইখিনিও কও যে, মই আপোনাক ঘৰৰ ভাৰা বেচি দিব নোৱাৰিম। আপুনিটো জানেই মোৰ এই জীৱনৰ ইতিহাস। কি আছিলো কি হৈছো আৰু হ'ম কি? মই আপোনাক মাতিয়ে পঠালো হেতেন। কিন্তু এতিয়া ঘৰত বহুত মানুহ আছে। তেওঁলোকে উৰণীয়া মৌৰ দৰে প্ৰবাসত থাকি এতিয়া দেউতা-মাৰ ঘৰত জিৰাব আহিছে। হয়তো কেইদিনমান ঘৰত থাকি প্ৰতিজনে পৰিয়াল লৈ আকৌ প্ৰবাসলৈ গুচি যাব। থাকিম মই আৰু মোৰ বিধবা মা। সেয়েহে সকলো ঘটনা প্ৰবাহ মই আপোনাক চিঠিৰে জনালো। আপুনি অহন একো লিখিব নালাগে। মাত্ৰ কেতিয়া আহি গুৱাহাটী পায় সেই সঠিক খবৰটো লিখিব। মই আপোনাক লগ পালে সকলো ঘটনাৰ সবিশেষ জনাম। আপোনাৰ ঘৰত থাকিব পৰা যাবনে নাই তাকো জনাব। আপুনি যিদিনা ছিলঙৰ পৰা গুৱাহাটী আহি পায় জনাব। মইও ইয়াৰ পৰা ঠিক সেই ভাবিখেহে যাম। মই বৰ্ত্তমান কোনোমতে নমৰি জীয়াই আছো।

সোণকলীয়া উত্তৰৰ প্ৰতীক্ষাত মই বৈ আছো। আপোনাৰ ঠিকনাটো ভালকৈ লিখি দিব। এটা এটা আখৰেৰে লিখিব। ইতি—

আপোনাৰ—
মৰমী
১৭/৩/৭৯

বিঃ দ্রঃ— গুৱাহাটীত থাকিলে ক'ত থাকিব মোক জনাব। সেইটো কৰিলে মোৰ একো দিগ্‌দাৰী নহব ৰবেন দা। মাছখোৱা বাছ্ ষ্টেণ্ডত থাকিলে মোৰ বৰ ভাল হব। সময়টো জনাব। কেইটা বজাত আহি ৰবহি মোক বিতং ভাৱে জনাব। উত্তৰলৈ বাট চাই থাকিলো। উত্তৰ সোনকালে দিব।

বহুত দিনৰ আগৰ কথা। হয়তো ৰবেন তেতিয়া আছিল কলেজত পঢ়া ছাত্ৰহে। ৰবেনে গাওঁৰ পৰা আহি এটা মেচত নগৰত থাকিব লৈছিল। সি অতি কম দিনৰ ভিতৰতেই মেচত থকা বন্ধু সাউদ, বৈশ্য, পাঠক আৰু দাসৰ সৈতে মিলি গৈছিল। ৰবেনে সেই মেচত থাকিয়ে কলেজত পঢ়িছিল। সি থকা মেচৰ কাষতেই এটা অভিজাত পৰিয়ালৰ মৰমীৰ সৈতে এদিন চিনাকি হৈছিল। প্ৰথম চিনাকিৰ দিনাই ৰবেনে কিন্তু মৰমীৰ প্ৰেমত পৰিছিল। যেনেকৈ ডাণ্টেই ভোজমেলত সাত বছৰীয়া বিয়েট্ৰিছক দেখি প্ৰেমত পৰিছিল। এনেকৈয়ে ৰবেন আৰু মৰমী গুৰুক্ষে পুতুলীৰ মাজেৰে কেইমাহমান পাৰ হৈছিল। যিমানেই দিন আগবাঢ়িছিল ৰবেন আৰু মৰমীৰ মাজত ভাল পোৱা গভীৰ হৈ আহিছিল। অৱশেষে সেই খবৰ মৰমীৰ ককায়েক হৰিমনে জানিছিল। হৰিমনে ভনীয়েক মৰমীক মজে সময়ে মাৰ-ধৰও কৰিছিল। কিন্তু মৰমীৰ মাক অঞ্জনাই বাধা দিছিল। হৰিমনে মাকৰ বাধা মনা নাছিল। সি এদিন ৰবেন আৰু মৰমীক কথা পাতি থকাও দেখিছিল। মৰমী ককায়েকৰ ভয়ত ঘৰলৈ খোজ লৈছিল। হৰিমনে পোনে পোনে আহি ৰবেনৰ মেচত সোমাই কৈছিল, হেৰি আপুনি যদি বেছি আগবাঢ়ে এই বৰপেটা এৰি গাওঁলৈ ঘূৰি যাব লাগিব। ৰবেনে সেই কথা শুনি বীৰৰ দৰে কৈ উঠিছিল,— হৰিমন এইখন নগৰত গাওঁৰ মানুহৰ স্থান নাই নেকি? সেই কথা শুনি হৰিমনে খোজ লৈছিল ঘৰলৈ। ঘৰ আহি পাই হৰিমনে মৰমীৰ সকলো কথা দেউতাক জগানন্দ আৰু মাক অঞ্জনাক কৈছিল। তাকে কৈ সি গপ্ গপ্‌কৈ খোজ লৈছিল তাৰ কোঠালৈ।

মৰমীৰ দেউতাক জগানন্দই খঙেকৰ কাৰণে মূৰে কপালে হাত থৈ বহি আছিল। তেওঁৰ বৰ খং উঠিছিল যৈণীয়েক অঞ্জনালৈ। তেওঁ কিন্তু কাকো একো কোৱা নাছিল। এনেকৈ কেই মাহ মান পাৰ হৈছিল। এদিন মৰমীৰ বিয়া হেমচন্দ্ৰৰ সৈতে হৈ গৈছিল। বিয়াৰ আগৰ পৰাই কেইদিনমান একেবাৰে মৰমী কান্দিছিল। তাইক বিয়াৰ আগতে মাক-দেউতাকে মতামত সোধা নাছিল। হৰিমনে কিন্তু কুচক্ৰান্তত কৃতকাৰ্য্যতা লাভ কৰিছিল। সি এদিন মৰমীৰ বিয়াৰ পিচত ৰবেনৰ ফালে চাই খিল্ খিলকৈ হাঁহি গৈছিল। ৰবেনে যদিও সকলো ঘটনা জানি আছিল সি মৰমীক বাধা দিব পৰা নাছিল। কাৰণ তেতিয়া ৰবেন আছিল বেকাৰ। মৰমীৰ বিয়াৰ পিছৰ পৰাই ৰবেনৰ জীৱনলৈ কুহেলিকা নামিছিল। তাৰ পিচতেই সি জীৱন সংগ্ৰামত জপিয়াই পৰিছিল।

কথাবোৰ ভাবি ভাবি ৰবেনে হঠাতেই সম্বিৎ ঘূৰাই পাই পুনৰ মৰমীৰ চিঠিখন পঢ়ি আকৌ খামৰ ভিতৰত সোমাই থৈ বহু সময় ওপৰলৈ চাই আছিল। সি ভবাই নাছিল যে, মৰমীয়ে মান-অভিমান আৰু আভিজাত্য এৰি তালৈকে এনেকৈ চিঠি লিখিব বুলি। সেইদিনা মৰমীক কোনে উদগনি দিছিল। সি পুনৰ টেবুলৰ ওপৰত থকা কামখিনি শেষ কৰি আকৌ অলস ভাবে চকীখনত বহি আছিল। মৰমীৰ দৰে এজনী মৰম লগা নাৰীৰ যে ইমান দুখ হব পাৰে সি সপোনতো ভবা নাছিল। মৰমী আৰু তাৰ জীৱনত এৰি অহা দিনবোৰ চিন্তা কৰি অলপ গৰম অনুভৱ কৰিছিল। ৰবেনে পুনৰ তাৰ বন্ধ কোঠাটোৰ দুৱাৰ খিৰিকীবোৰ খুলি দিছিল। হঠাতেই বসন্ত কালৰ ৰিব্ ৰিব্ শীতল বতাহ এজাক তাৰ কোঠাটোৰ ভিতৰলৈ সোমাই আহিছিল। ৰবেনে পুনৰ বাহিৰলৈ এবাৰ ভুমুকি চাইছিল। সি দেখিছিল খিৰিকীৰে দূৰৈৰ ওখ শাৰী শাৰী পৰ্ব্বতবোৰ। দেখিছিল ছিলংৰ পাইন গছবোৰ। সি পুনৰ অনুভৱ কৰিছিল বসন্ত কাল আকৌ আহিল নেকি? পুৰণি বছৰক বিদায় দি আকৌ নতুন বছৰৰ আগমন হ'ল-নেকি? এই বসন্তই পুনৰ পৃথিৱীৰ বুকুলৈ কঢ়িয়াই আনিব পাৰিবনে সুখ আৰু শান্তি? ৰবেন কিন্তু সুখৰ প্ৰয়াসী। নতুন বসন্তই যদি কঢ়িয়াই আনিব পাৰে সু-সংবাদ—সি প্ৰকৃতি দেৱীৰ ওচৰত চিৰকৃতজ্ঞ হব। আকৌ ৰবেনে ভাবিলে যোৱা বছৰৰ তুলনাত এই বছৰত মানুহৰ জীৱনবোৰ বেচি মধুৰ হব নেকি?

এটাৰ পাচত আনটো ঋতু আহিছে আৰু গৈছে। কিন্তু শৰত আৰু বসন্ত ঋতুত হে মানুহৰ মন আকাশ নাচি উঠে। হঠাতেই ৰবেনে প্ৰকৃতিৰ পৰিবৰ্ত্তন দেখি তাৰ মনৰ আকাশখনি তৃপ্তি আৰু আনন্দত ভৰি পৰিল। ৰবেনৰ মতে প্ৰতিটো ঋতু-তেই প্ৰকৃতিয়ে নতুন ৰূপ লয়। কিন্তু শীতকালত মৰহি যোৱা গছ-গছনিয়ে যেতিয়া বসন্ত কালত কুঁহিপাত মেলে তেতিয়া তাৰ হিয়া মন উভ্ৰাৱল হৈ পৰে কিয়? ফাগুনৰ শেষত নাইবা চ'তৰ আৰম্ভণিতে পৃথিৱীৰ বুকুলৈ এজাক বৰষুণ নামে। সেই বৰষুণ জাকে গছৰ ডাল-পাতত লাগি থকা ধূলি-মাকতি বোৰ ধুই নিয়ে। প্ৰকৃতিয়ে সেউজ বৰণ লয়। আঃ কি যে সুমধুৰ বসন্ত কাল! ৰবেনে হঠাতেই দেখিছিল পৃথিৱীৰ চৌপাশে ফৰকাল। কিন্তু তাৰ প্ৰশ্ন হ'ল কেতিয়া বিদেশী আবৰ্জনা আঁতৰাই অ—গ—প-ই লুইত আৰু বৰাক নদীৰ দুয়োপাৰ কৰিব ফৰকাল? স্বদেশ আৰু স্বজাতিক মুক্তি কৰাই হ'ল প্ৰতিজন দেশবাসীৰ কৰ্ত্তব্য।

তেতিয়া আকাশত ডাৱৰ নাছিল। হয়তো ৰবেনৰ মতে ৰাতিৰ আকাশত ওলাব আকৌ ফৰিং ফুটা জোনাক। পৃথিৱীত বাস কৰা মানুহৰ সমাজত দেখিব আনন্দ উল্লাস। সি অনুভৱ কৰিছিল ৰঙালী বিহুৰ বতৰ। বিহু বলিয়া ডেকা সকলে মাৰিব ঢোলত চাপৰ। ডেকা সকলে গাভৰু সকলক লগ ধৰি কব মনৰ খবৰ। দুচকুত চকু থৈ এজনে আনজনৰ ফালে চাই উপভোগ কৰিব যৌৱন উৎসৱ। এই পৃথিৱীত গোটেই বছৰ যদি বসন্তই বিৰাজ মান কৰি থাকিলেহেতেন তেতিয়া হয়তো ৰবেনেও গোটেই জীৱন বসন্তৰেই গীত গালেহেতেন। হঠাতেই ৰবেনৰ কোমল হিয়া বোৰলৈ মনত পৰিল। মনত পৰিল গাভৰু বোৰলৈ। গাভৰু সকলে দেখিব পৃথিৱীৰ বুকুত যৌৱনৰ পম্লোভৰ। গছৰ ডালত পৰি কুলি কেতেকীবোৰে গা-দেখুৱাই কিউ কিউ কৈ মাতিব। ৰবেনৰ অন্তৰেও নতুন যৌৱন অনুভৱ কৰিব। বিহুতলি বোৰত ডেকা-গাভৰু সকলে মিলি হুঁচৰি গাব। হঠাতে ৰবেনে লিখা বিহুগীতৰ ক'লি কোনোবাই গুণ গুণাই গোৱা শুনিলে। তাৰ বিহু গীতৰ ক'লি ফাঁকি এয়া,—

ওলাই আহা বিহুতলিলৈ
:ডেকা গাভৰুৰ দল,

এই বহাগতে বিহু গীত গাই
বঢ়োৱা দেহৰ বল ।

প্ৰতি বছৰত পৃথিৱীৰ বুকুত যৌৱন নামে । নদীৰ বুকুলৈ যৌৱন নামে । কিন্তু মানুহে যেতিয়া যৌৱন কাল অতিক্ৰম কৰি অন্য এটা স্তৰলৈ আগবাঢ়ে, তেতিয়া মানুহে প্ৰতি বছৰে যৌৱন নেপায় কিয় ? ৰবেন কিন্তু যৌৱন প্ৰয়াসী । সি চিৰকালেই যৌৱনৰ পূজা কৰিব । কাৰণ মানুহৰ জীৱনৰ যৌৱন কাল চোৱাৰ দৰে কোনোটো স্তৰেই আনন্দৰ নহয় । কিন্তু মানুহক সময় নামৰ আৰু বয়স নামৰ দৈত্য জনে কুৰুকি কুৰুকি খাই থাকে । যোৱা বছৰ ঠাণ্ডাৰ কঁপনি এতিয়াও ৰবেনৰ কমি যোৱা নাই । তাৰ মতে সি গৰমত থাকিব নোৱাৰি গছৰ ছাঁয়াত বহি থাকে । এক সময়ত ৰবেনে ঠাণ্ডা গৰমক অকণো কেৰেপ কৰা নাছিল । সি সকলো ঋতুতেই এক আছিল । বোধকৰো তাৰ বয়স আগবঢ়াৰ লগে লগে জীৱনৰ প্ৰতি মোহ বাঢ়িছে । তাৰ জীৱন চিৰ বসন্ত হবনে ? সি আকৌ এৰি অহা যৌৱনক ঘূৰাই পাবনে ? এনেবোৰ কথা ভাবি ভাবি সি আকৌ কলিংবেল বজাই দিছিল । জীত বাহাদুৰ আহি উপস্থিত হৈছিল । জীত বাহাদুৰক তাৰ টেবুলৰ ওপৰত থকা ফাইলবোৰ নিব কৈছিল । জীত বাহাদুৰে ফাইলবোৰ লৈ তাৰ কোঠাৰ পৰা আগ বাঢ়িছিল । ৰবেনে অলপ সকাহ পাইছিল খন্তেকৰ কাৰণে ।

সময় তেতিয়া দিনৰ এঘাৰ মান বাজিছিল । সি অলপ ঠাণ্ডা অনুভৱ কৰিছিল । পুনৰ ৰবেনে কোঠাটোৰ দুৱাৰ খিৰিকীবোৰ বন্ধ কৰি দিছিল । ভেণ্টিলেটৰ কেইখন সি খোলা ৰাখিছিল । আকৌ সি মৰমীৰ চিঠিখনৰ কথাকেই ভাবি গৈছিল । মৰমী লিখা চিঠিখনৰ প্ৰতিটো শাৰীত অন্তৰৰ যাদু আছিল । তাৰ হৃদয় পৰশি গৈছিল । হঠাতেই তাৰ দেহ মন উত্তপ্ত হৈ উঠিছিল । তাৰ অন্তৰে মৰমীক কাষত পাবলৈ বিচাৰিছিল । সি যদি চৰাই হ'লহেতেন, তেনেহলে সি ছিলংৰ পৰা মৰমীৰ কাষলৈ উৰা মাৰিলেহেঁতেন । কিন্তু সি কৰিব কিটো ? সি যে মানুহ । তেজ মঙহেৰে গঢ়া মানুহ । সি জানো যাও বুলি যাব পাৰে ? তথাপি তাৰ এখনি অন্তৰ আছে । মৰমীৰ দুখ, বেজাৰ আৰু নিৰানন্দবোৰ অনুভৱ কৰাৰ তাৰ ক্ষমতা আছে ।

এতিয়া মৰমী থাকে ক'ত ? মৰমীয়ে থাকে চকুৰে মনিব নোৱাৰা ঠাইত। চিনাকি দিনৰ পৰা আজিলৈ মৰমী আৰু ৰবেনৰ মাজেৰে বহু বছৰ পাৰ হৈ গ'ল। কিন্তু আজিলৈ দুয়োজনে এটা কোঠাত বহি নিৰিবিলি ভাবে মনৰ কথাবোৰ প্ৰকাশ কৰিবলৈ পৰা নাই।

হয়তো ৰবেন আৰু মৰমীৰ মনৰ আশা আকাঙ্ক্ষা এই জনমত পূৰণ নহব। ৰবেনে মৰমী লিখা চিঠিখনি পাইছিল ন এপ্ৰিলত। তালৈ যিখন মৰমীয়ে চিঠি লিখিছিল সেইখনি চিঠিত আছিল মৰমীৰ প্ৰাণৰ কাকুতি। আগৰ দৰে মৰমীৰ মান অভিমান একো নাছিল। তাৰ প্ৰতি আছিল মৰম-প্ৰীতি, শ্ৰদ্ধা। মৰমীৰ দৰে এজনী অভিজাতৰ ঘৰৰ নাৰীৰ ইমান দুখ হব বুলি ৰবেনে ভবা নাছিল। সেইবোৰ ঘটনা প্ৰবাহকেই ৰবেনে ভাবি ওপৰলৈ চাই আছিল।

একসময়ত ৰবেনে ভাবিছিল যে, মানুহৰ সমাজত য'তবোৰ দুখ অভাৱ অনাটন কেৱল দুখীয়া সকলৰ বাবেই বুলি। ধনী মানুহৰ ঘৰত দুখ দুৰ্গতি জ্বালা যন্ত্ৰণা নথকা বুলি ভাবিছিল। আজি ৰবেনক মৰমীৰ চিঠিখনিয়ে বুজাই দিলে যে, দুখ কষ্ট, জ্বালা যন্ত্ৰণা অকল পৃথিৱীৰ দুখীয়া মানুহৰ কাৰণেই নহয়। সেই দুখ কষ্ট ধনী মানুহৰ কাৰণেও। হাঁহি-কান্দোন সকলোৰে বাবে। অন্তৰত দুখ নোপোৱা হলে হয়তো মৰমীয়ে তালৈ তেনেকৈ চিঠি চাগৈ নিলিখিলে হেতেন। হয়তো মৰমী এতিয়া দুখ কষ্ট আৰু জ্বালা যন্ত্ৰণাৰ নদীৰ চাকনৈয়াত পৰি কৰুবকাই আছে। তাই হয়তো পাৰ পাবলৈ বিচাৰিছে। বিপদত পৰা মানুহক ৰক্ষা কৰিব যি মানুহে পাৰে সেই মানুহখিনিয়ে এই পৃথিৱীত প্ৰকৃত মানুহ। কিন্তু ৰবেনে মৰমীক এই বিপদত ৰক্ষা কৰিব পাৰিবনে ? ইটো সিটো কথা চিন্তা কৰি ৰবেনে কোনো এটা সিদ্ধান্তত উপনীত হব পৰা নাছিল। সি এতিয়া কিটো ভূমিকা লব আঁত বিচাৰি পোৱা নাই। মৰমীৰ কথা ভাবি থাকোতেই তাৰ ভিতৰৰ মানুহজনে মৰমীৰ কাষ পাইছিল। মৰমীয়ে কিন্তু ৰবেনক দেখি উচাপ্ খাই উঠিছিল। তথাপি মৰমীয়ে ভয় ভয় কৈ ৰবেনক সুধিছিল— ৰবেনদা আপুনি ইমান সোনকালে ছিলংৰ পৰা কেনেকৈ আহিল। আপুনি জানো সঁচা ৰবেনদা হয় ? আপুনি একো মায়া কৰি অহা নাইতো ? জানে ৰবেনদা বয়স আগবঢ়াৰ লগে লগে মোৰ ভ্ৰম হব ধৰিছে।

—তুমি একো ভয় নকৰিবা মৰমী। মই মোৰ বাহিৰৰ মানুহজনক ছিলওত বান্ধি ভিতৰৰ মানুহজনে আহি তোমাৰ কাষ চাপিছো। ভয় নকৰিবা মৰমী। আকৌ তুমি যৌৱনৰ দৰে মোৰ দুষ্কৃত চকু থৈ কথা পতা। প্ৰেমৰ নিজৰা বোৱাই দিয়া। দেহ মন উত্তপ্ত কৰা। যৌৱনক যৌবন কৰা। অ' এফাকি কবিতা শুনা,—

ভিতৰৰ মানুহজনক বুজিবা
তেওঁ তোমাৰ পৰা যিটো বিচাৰে
আজিও তোমাৰ দুখত তেওঁৰ চকুলো নিগৰে।

— মিচিকীকৈ হাঁহি এটা মাৰি মৰমীয়ে ক'লে,— জানে ৰবেন দা আপুনি মাৰিচৰ দৰে স্বৰ্ণ হৰিণৰ মায়া কৰি মোৰ কাষ চপা নাইতো? অৱশ্যে মই জানো আপুনি মোক কোনো দিনে বিপদগ্ৰস্ত কৰা নাই আৰু নকৰিব। কিন্তু এয়াৰ কথা আছে নহয়?

— কেনে ধৰণৰ ৰবেন দা?

হাঁহি এটা মাৰি ৰবেনে মৰমীক কলে,— মৰমী,— য'তে বাঘৰ ভয় তাতে বোলে ৰাতি হয়। তাকে কৈ ৰবেনে খন্তেকৰ কাৰণে নীৰৱ হৈছিল। সি পুনৰ মৰমীৰ সৈতে কথা পতা নাছিল। সি চগাৰ দৰে মৰমীৰ পোহৰৰ চৌপাশে উৰি ফুৰিছিল। সি মৰমী পোহৰ জাকত জাপ দিব নেকি? নহয়। সেইটো কাম কেতিয়াও হব নোৱাৰে। চগাৰ দৰে পোহৰত জাপ দি সি মৰি থাকিব পাৰে কিন্তু মৰমী এতিয়া যি বিপদত পৰিছে সেই বিপদৰ পৰা ৰক্ষা কৰিব পাৰিলেহে প্ৰেমৰ মান থাকিব। সি জানে, মৰমী জুইকুৰাত জাপ দিলেই তাক মালফুলে সাবটিব। মৰমীয়ে ৰবেনক সাবটিলেই দুজনাৰ মাজত চলি থকা মুগনীয়া প্ৰেমৰ অপমৃত্যু ঘটিব। প্ৰেমৰ মান নেথাকিব। ভুল কৰি যদি তাক মৰমীয়ে সাবটে, তেতিয়া হয়তো ৰবেনক কব, ৰবেন দা! মোক আপোনাৰ বুকুৰ উম দিয়ক। মৰহি যোৱা ফুল পাহক আকৌ লহপহকৈ কুলি উঠিব দিয়ক। আকৌ কব মৰমীয়ে, জানে ৰবেন দা এই পৃথিৱীত প্ৰেমৰ বাহিৰে আইন কিবা আছে নেকি? মোক যৌৱনত জাল পোৱাৰ দৰে পবিত্ৰ বুলি গ্ৰহণ কৰক। কথাষোৰ কৈ কৈ ৰবেন সচকিত হৈ উঠিছিল। সি পুনৰ সম্বিৎ ঘুৰাই পাইছিল। সি সংশোন পুৰীৰ পৰা দিঠকলৈ ঘুৰি আহিছিল। তাৰ পিচত ৰবেনে

যিমান পাৰে সিমান চিগাৰেট হুপিছিল। সি বহি থকা কোঠাটো কেৱল ধোঁৱাময় হৈছিল। সি অন্তৰৰ বিৰহ বেদনাবোৰ ধোঁৱাৰ সৈতে উৰি যাবলৈ দিছিল। মৰমীৰ চিন্তাই তাক মূৰটো খন্তেকৰ কাৰণে গৰম কৰিছিল। সি পথ বিচাৰি ফুৰিছিল মৰমীৰ অন্তৰত দেখা দিয়া বেদনাৰ উপশম ঘটাবলৈ। আকৌ বীৰৰ দৰে সি নতশিৰ উচ্চ কৰিছিল। সি দৃঢ় প্ৰতিজ্ঞাবদ্ধ হৈছিল আৰু মৰমীক বিপদৰ পৰা ৰক্ষা কৰাৰ নতুন পথ বিচাৰিছিল। মৰমীৰ সমুখত দেখা দিয়া দুখবোৰৰ নিবাৰণৰ হকে সি নতুন অভিযানত লিপ্ত হৈছিল। অনুসন্ধান চলাইছিল।

আবেলি চাৰে চাৰি বজাৰ লগে লগেই জীত বাহাদুৰে ৰবেনৰ কোঠাত সোমাই বাবুসকলৰ দৈনিক হাজিৰা দিয়া খাটাবোৰ লৈ কোঠাৰ পৰা খোজ লৈছিল। তেতিয়াও অফিচ ছুটী হবলৈ আকৌ ডেৰ ঘণ্টা বাকী আছিল। তাৰ টেবুলত একো ফাইল নেদেখি আকৌ ৰবেনে এখন আলোচনী খুলি লৈ পঢ়ি গৈছিল। কোঠাত নিয়ন-লাইট জ্বলি আছিল। তাৰ হঠাতেই এফাঁকি কবিতা অন্তৰৰ পৰা ওলাই আহিছিল—

প্ৰেমিকাৰ কোমল হাতৰ চিঠি পাই
তুমি কিয় ওপৰলৈ আছা চাই ?
দেখা দিয়া সমস্যাৰ উপশম্ ঘটাব পাৰিলেহে
প্ৰেমিকৰ ওচৰত প্ৰেমিকাই
চিৰ কৃতজ্ঞ হব ভাই
শুভ্ৰ প্ৰেমত ভগবানেও বোলে
সৎ পথ দিয়ে দেখুৱাই

পুনৰ ৰবেনে ঘড়ীটো চাই দেখা পালে যে আবেলি ছয় বাজিবলৈ হয়তো আধা ঘণ্টামান বাকী আছিল। বাহিৰত ঘন এন্ধাৰ নামিছিল। ব্ৰাঞ্চবোৰত বঙালী বাবু আৰু বাবুনীসকলে কেৱল মেলৰ সৃষ্টি কৰিছিল। কেন্দ্ৰীয় চৰকাৰৰ দৰমহা আয়োগে টকা বৃদ্ধি কৰাৰ লগে লগে সময়ৰ বৃদ্ধি হৈছিল। নানা জনে প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীক দোষ দিছিল। ৰবেনে সেইবোৰ আলোচনা তাৰ কোঠাৰ পৰাই শুনিছিল। কিন্তু ৰবেনে এষাৰ কথা জানিছিল যে, সময়ে কাম নকৰে। কাম কৰে মানুহে ! নাইবা কৰ্মী বনুৱাই। গতিকে অফিচবোৰৰ সময় কিন্তু দহটা—চাৰে চাৰিটাই অতি মুখ্য।

কাৰণ ৰবেনে অক্টোবৰ মাহৰ পৰা ১৯৮৭ চনৰ মাৰ্চ মাহলৈ অফিচ বোৰত লক্ষ্য কৰি দেখিছিল যে, এইবেলি চাবে চাবি বজাৰ পিচত যে একো কাম হোৱা নাছিল সেইটো কিন্তু চিৰসত্য । কিন্তু কৰ্মী সকলে চাকৰিৰ মোহত ৰাতি ছয় বজালৈ অফিচত আছিল । হঠাতেই সি শুনা পাইছিল বাহিৰত পাৰ্ড়া আৰু ফুটাৰৰ শব্দ । লগতে সি চকীৰ পৰা উঠি খিৰিকীৰে দেখিছিল যে, প্ৰায় দহ মিনিটমান আগতেই বহুত বাবু-বাবুনী ঘৰলৈ খোজ লোৱা । অৱশ্যে ৰবেনে এষাৰ কথা জানে যে আকৌ সুগু আগ্নেয়গিৰিটো উদগীৰণ হব আৰু তাৰ পৰা ধোঁৱা জুই ছাই ওলাব । চৌপাশে শুনিব পাব ইনক্লাব জিন্দাবাদ । এনেবোৰ কথা ভাবি থাকোতেই ছয় বাজিছিল । ৰবেনে ব্ৰিফকেচটো হাতত লৈ কোঠাৰ পৰা ভাৰা ঘৰলৈ খোজ লৈছিল । বাজ পথত মনত পৰিছিল মিঃ বৈশ্যলৈ । মিঃ বৈশ্যই তাক ঘৰলৈ মাতিছিল । সি তাৰ ঘৰলৈ নগৈ মিঃ বৈশ্যৰ ঘৰলৈ লাহে লাহে আগ বাঢ়িছিল ।

আধা ঘণ্টামান পিচৰ কথা । ৰবেনে মিঃ বৈশ্যৰ ঘৰ পাই দুৱাৰত টুকুৰাই দিছিল । মিচেচ বৈশ্যই দুৱাৰ খুলি দি ৰবেনক দেখি বহিব দিছিল । ৰবেনে মিচেচ বৈশ্যক সুধিছিল— হেৰি, বৈশ্য চাহাব ক'ত ? তেখেতে মোক আজি ফোন কৰি মাতিছিল । — মনোৰমাই হাঁহি এটা মাৰি কলে, আপুনি বহক । তেখেতে মোক আপোনাৰ কথা কৈছিল । তেখেত এতিয়াই আহিব । তাকে কৈ মনোৰমাই পাক ঘৰলৈ খোজ লৈছিল ।

ৰবেনৰ আকৌ মৰমীলৈ মনত পৰিছিল । সি এতিয়া মৰমীলৈ চিঠি লিখিব নে নিজেই গৈ ওলাব ? হয়তো সি এষাৰ কথা জানে যে, সি যদি মৰমীলৈ চিঠি পঠায়, তাইৰ ককায়েক হবিমনে হাত কৰিব । মৰমীয়ে নেপাব । কিন্তু পুৰুষ হিচাবে তাৰ এটা দায়িত্ব আছে । কাৰণ নাৰী যেতিয়া বিপদত পৰে পুৰুষে সেই নাৰীক বিপদৰ পৰা ৰক্ষা কৰিবই লাগিব । হঠাতেই ৰবেনৰ মনত পৰিছিল প্ৰেম-প্ৰীতি আৰু ভালপোৱাৰ ইতিহাসৰ কথা । তাৰ মনত পৰিল লাইলা-মজনুৰ প্ৰেম কাহিনী । মনত পৰিল ৰহিম আৰু মৰুৰ প্ৰেম কাহিনীৰ কথা । প্ৰেমক অমৰ কৰি যি প্ৰেমিক-প্ৰেমিকাই যাব পাৰে সেই প্ৰেমিক-প্ৰেমিকাকহে প্ৰকৃত প্ৰেমিক বুলি কয় । কিন্তু সি সম্ৰাট ছাহজাহানক প্ৰকৃত প্ৰেমিক বুলি কব খোজা নাই । কাৰণ সম্ৰাট ছাহজাহানে যমুনা নদীৰ পাৰত মমতাজৰ কবৰৰ ওপৰত যি তাজমহল

বান্ধিছিল তাত আছিল টকাৰ খেলা। ৰজাৰ ক্ষমতা। কিন্তু আজিও ৰবেনে ভাবে যে, সম্রাট ছাহজাহানে "আলিজানক" হত্যা কৰিছিল কিয় ? এনেবোৰ কথা ভাবি থাকোতেই মিচেচ বৈশ্যই চাহ আনি টেবুলত থৈ কৈছিল, চাহ খাওক। ইতিমধ্যে মিঃ বৈশ্য সোমাই আহিছিল ঘৰৰ ভিতৰলৈ। ৰবেনক দেখি কৈছিল,— ৰবেন তুমি ভাই মোক ক্ষমা কৰিবা দেই। হয়তো তোমাক মনোৰমাই কৈছে মোব কথা। মনোৰমাই দেখোন চাহ আনি দিলেই ! হেৰা ! মোকো একাপ চাহ দিয়া। হব বুলি মনোৰমা পাক ঘৰলৈ আগ বাঢ়িছিল। ৰবেনে সুধিলে— বাৰু কোৱাচোন মিঃ বৈশ্য তুমি মোক মাতিছিলা কিয় ?

— এতিয়া চাহ খাই লোৱা ভাই। এনেতে মনোৰমাই মিঃ বৈশ্যৰ চাহ আনি টেবুলৰ ওপৰত থৈ কলে, চাহ খাওক। তাকে কৈ মনোৰমা পুনৰ আগ বাঢ়িছিল।

ৰবেন আৰু মিঃ বৈশ্যৰ চাহ খোৱা হোৱাত, মিঃ বৈশ্যই কলে, বুইছা ৰবেন আজি মোৰ বহুত পুৰণি কথা মনত পৰিছে ?

— কেনে ধৰণৰ কথা ?

— তোমাৰ সেই মৰমীৰ খবৰ কি ? কলেজতেই পঢ়ি থাকোতেই লগ পাইছিলাযে ?

— কথাত কথা ওলায় মিঃ বৈশ্য ? তুমি নমতা হলেও মই আজি তোমাৰ ঘৰলৈ আহিলোহেঁতেন এটা উপদেশ বিচাৰি। আজি মই মৰমীৰ পৰা এখন চিঠি পাইছো। মৰমী মোক মাতিছে।

— ভাল কথা ভাই। তুমি সোনকালে যোৱাগৈ। তাইক বিপদৰ পৰা ৰক্ষা কৰাগৈ। কিন্তু মৰমীক বিপদৰ পৰা ৰক্ষা কৰাৰ বাবে তুমি যেন প্ৰতিদানৰ আশা নকৰা। জানাই নহয় ভোগত তৃপ্তি নাই, তৃপ্তি ত্যাগত হে।

— ৰবেনে সেই কথা শুনি মাথোন কৈছিল,— মিঃ বৈশ্য যৌৱন যদি সঁচাকৈয়ে সত্য আৰু প্ৰেম-প্ৰীতি আৰু ভালপোৱা যদি সত্য মই জানো নাৰী দেহৰ কোমল পৰশনে তাৰ ইন্ধন যোগাবই। কিন্তু মৰমীৰ কোমল দেহৰ পৰশন পোৱাৰ প্ৰয়াস মই কৰা নাই। তাই এতিয়া যি বিপদত পৰিছে সেই বিপদৰ পৰা মুক্তি কৰাৰ পথহে মই বিচাৰিছো।

— ৰবেন তুমি দেৰি নকৰিবা। মৰমীক অহা কালিয়েই গৈ লগ ধৰা। এতিয়া ৰাতিও হৈ আহিছে। ৰবেনে একো উত্তৰ নিদিয়াকৈ বহাৰ

পৰা উঠিছিল। ইতিমধ্যে মিঃ বৈশ্যই মনোৰমাক মাতিছিল। মনোৰমাই পাকঘৰৰ পৰা ড্ৰইং ৰুমটো আহি পোৱাত বৰেনে কলে— মিচেচ্ বৈশ্য যোৱা নেপাৰ। এতিয়া যাওঁ। মনোৰমাই ভদ্ৰতাৰ খাতিৰত বৰেনক কলে,— সময় পালে আহিব। মিঃ বৈশ্যই সেই হেপতেই কৈ উঠিল, বৰেন মই আচৰিত যে তোমাৰ কথাত আৰু দেহত নিশ্চয় কিবা যাদু আছে। তোমাক পাওক আৰু নাৰীবোৰে দেখিলেই তোমাৰ প্ৰতি নিজ'ৰ অন্তৰত মোহ জন্মে। বৰেনে খোজ লোৱাৰ আগতে হাঁহি এটা মাৰি কলে, মিঃ বৈশ্য এই পৃথিৱীত প্ৰেমিক কোন আৰু প্ৰেমিকা কোন কামতহে পৰিচয়। যৌন কামনা বাসনাত যিবোৰ মানুহ লিপ্ত থাকে তেওঁলোকৰ পৰা দেশ আৰু ভাষা উন্নতি একো নেপায়। তাকে কৈ বৰেনে মিঃ বৈশ্য আৰু মিচেচ্ বৈশ্যক মাত দি নিজৰ ভাৰা ঘৰলৈ আগ বাঢ়িছিল। মিঃ বৈশ্যই বৰেন যোৱাৰ পিচত মনোৰমাক কৈছিল বুইছা মনোৰমা মই এতিয়াহে বুজিলো— প্ৰতিজন মহা মানৱৰ অন্তৰালত একোজনী নাৰী। মনোৰমাই পিৰীয়েকক সেই হেপতেই কৈছিল— মই আছো নহয়। আপুনিও বৰেনৰ দৰে লিখা পঢ়াত লাগি থাওক। তেতিয়া দেখিব দিনবোৰ সুখেৰে পাৰ হব। মিঃ বৈশ্যই সেই কথা শুনি কলে,— "মিল্টনৰ কথাষাৰ,"— "The mind is its own place and in itself can make a heaven of hell, or hell of heaven" মনটোৱে স্বৰ্গও গঢ়িব পাৰে নৰকবো সৃষ্টি কৰিব পাৰে মনোৰমা। যাক আপুনি যি কৰে কৰক। তাকে কৈ মনোৰমা আগ বাঢ়িল। মিঃ বৈশ্যই বৰেনৰ কথাকেই ভাবি গৈছিল।

(দুই)

ৰাতিৰ ভাত সাজ খাই বৰেনে বিচনাত শুই পৰিছিল। সি বিচনাত শুই শুই মৰমীৰ কথাকেই ভাবি গৈছিল। বৰেনে ভবা নাছিল যে, মৰমীৰ দৰে একোজনী গাঁৱলীয়া মৰম মাতকৰ তেনেকুৱা [illegible] হব পাৰে বুলি। [illegible] বৰেনে বিচনাত শুই মৰমীৰ চিঠিখন [illegible] আকৌ পঢ়ি [illegible]। চিঠিখনৰ [illegible] [illegible]

বৈশ্যৰ আগত মৰমীৰ চিঠিৰ গোপনতা প্ৰকাশ কৰা নাছিল। আনকি মিঃ বৈশ্যৰ ঘৈণীয়েক মনোৰমাৰ আগতো একো কোৱা নাছিল। সি যেনেকৈ মৰমীৰ মনৰ কথা বুজি পায় মৰমীয়েও তাৰ মনৰ কথা বুজি পায়। দুখনি অন্তৰৰ মাজত বুজা পৰা থকাৰ কাৰণেহে মৰমীয়ে তালৈকে তেনেকৈ ঘটি যোৱা ঘটনাবোৰ জনাইছিল। এতিয়া সি কোন পথ লব? মৰমীলৈ সি চিঠি লিখাৰ প্ৰয়োজন দেখা নাই। মিঃ বৈশ্যই কোৱা মতে সি অহা কালি ৰাতিপুৱাই ছিলঙৰ পৰা মৰমীৰ ঘৰ বুলি গাড়ীত উঠিব। এনেবোৰ কথা ভাবি থাকোতেই ৰাতি বাৰ মান বাজিছিল। ৰবেনে টোপনি যোৱাৰ চেষ্টা কৰিছিল কিন্তু তাৰ টোপনি অহা নাছিল। ৰাতি যিমানেই গভীৰ হৈ আহিছিল সিমানেই সি নিৰ্জনতা অনুভৱ কৰিছিল। সি কেৱল বাহিৰত শুনিছিল কুকুৰবোৰৰ ভেউ ভেউ শব্দ। ফেঁচাৰ নিউ নিউ ঝিকট চিঞৰ-বাখৰ। ৰবেনৰ বৰ ভয় লাগিছিল। সি কোনো মতে টোপনি যাব পৰা নাছিল। সি কেৱল বিছনাখনত চট্‌ফটাই আছিল। চিন্তাৰ পাশত তাৰ অন্তকণ্ঠ শুকাই গৈছিল। বাহিৰত এজাক বতাহ বলিছিল। সি পাইন গছৰ পাতবোৰৰ সৰ্‌ সৰ্‌ শব্দ শুনিছিল। যিমানেই ৰাতি গভীৰ হৈ আহিছিল সিমানেই তাৰ ভয় লাগিছিল। কাষৰ ঘৰত থকা মানুহবোৰৰ নাকৰ হৰ্‌ হৰ্‌ শব্দ শুনিছিল। তাক আজি নিদ্ৰাদেৱী দেখা নিদিব নেকি? আকৌ তাৰ চকুৰ আগত মৰমীৰ ছবিখনি ভাহি উঠিছিল। মৰমীয়ে তাক কাণে কাণে কৈছিল, ৰবেনদা আপুনি ভয় নকৰিব। মই আপোনাৰ কাষত আছো নহয়। সি হঠাতে উচাপ খাই উঠিছিল। সি চকুযুৰি মেলি দেখিছিল বাহিৰত চকামকা পোহৰ। শুনিছিল পখীৰ কূজন। ৰবেনে তৎক্ষণাত শোৱাৰ পৰা উঠি দেখিছিল বাহিৰত পোহৰ হোৱা। সি মুখ হাত ধুই চাহ কাপ খাই বেগটো হাতত লৈ বাচ ষ্টেণ্ডলৈ খোজ লৈছিল। তাৰ লক্ষ্যস্থান আছিল মৰমীৰ ঘৰ।

তেতিয়া দিনৰ চাৰিমান বাজিছিল। ৰবেনে বৰ্ষা-সময়ত বৰপেটা নগৰ আহি পাইছিল। চাহৰ দোকানত সোমাই ৰবেনে চাহ জলপান খিলাই খাই দোকানীজনক টকা দি ৰিক্সাত উঠিছিল। ৰিক্সাত উঠি সি চালকজনক কৈছিল,— ভাই ব'লা জগানন্দ উকীলৰ ঘৰলৈ। ঘৰ বুলি কৈ দিয়া চলাই দিছিল। ৰবেনে ভবে মাজে ভাবিছিল যদি মৰমীৰ কথাৰেক ছবিখন মনত আছে তেতিয়া হয়তো চকু মৰমীৰ

লগ ধৰা নহৰ চাগৈ । নহয় সি আজি মৰমীক লগ ধৰিবই । মৰমীৰ জীৱনৰ এটা সংস্থান কৰিবই । এনেবোৰ কথা ভাবি থাকোতেই ৰিক্সা আহি জগানন্দ উকীলৰ ঘৰ-মন্দিৰৰ সন্মুখত ৰৈছিল । ৰবেনে ৰিক্সাৰ পৰা নামি ৰিক্সা চলোৱাজনক ভাবাধিনি দি বেগটো হাতত লৈ বহুত সময় ৰাজপথৰ কাষত থিয় হৈ আছিল । হয়তো মৰমী তাৰ কাৰণে অপেক্ষাত ৰৈ আছে । কিন্তু তাৰ মনলৈ তেতিয়া বহুত চিন্তা আহিছিল । তথাপি ৰবেনে ৰাজপথৰ পৰা মৰমীহঁতৰ চৌহদত পদুলিমুখৰ দুৱাৰখনি খুলি সোমাইছিল । ঘৰৰ চৌহদত সোমাই ৰবেনে দুই এক মিনিট থিয় হৈ ইফাল সিফাল চাইছিল । চোতালৰ দক্ষিণ ফালে থকা আমজোপা তেতিয়াও একেই আছিল । তামোলৰ গছ আৰু নাৰিকলৰ গছবোৰ একেই আছিল । চোতালৰ উত্তৰ ফালে আকৌ এটা ডাঙৰ ঘৰ সজাইছিল ।

চোতালত কাকো নেদেখি ৰবেনে আগবাঢ়ি গৈ মূল ঘৰৰ দুৱাৰত টুকুৰাই দিছিল । ভিতৰৰ পৰা মৰমী নিজেই দুৱাৰ খুলি দি ৰবেনক দেখা পাই যাতেদি স্বৰ্গ চুকি পোৱা যেন পাইছিল । ৰবেনক আথে-বেথে মৰমীয়ে ঘৰৰ ভিতৰলৈ নি বহিব দিছিল । ৰবেনে এখন চকীত বহিছিল । মৰমী আন এখন চকীত বহিছিল ।

এনেকৈ দুজনাৰ মাজেৰে কেইমিনিটমান পাৰ হৈছিল । কিছু সময় দুয়ো মনে মনে আছিল । সেই নীৰৱতা ভঙ্গ কৰি মৰমীয়ে সুধিলে, ৰবেনদা আপুনি মোৰ চিঠি পাইছিলনে ?

— এৰা পাইছিলো ।

— বাৰু সেইবোৰ কথা পিচত হ'ম । আপুনি অলপ বহক । তাকে কৈ মৰমী আইন কোঠালৈ আগবাঢ়িছিল ।

তেতিয়া কোঠাটোত দিনৰ পোহৰ পূৰাদমে আছিল । হয়তো আবেলি পাঁচমানহে বাজিছিল । ৰবেনে বেৰত আঁৰি থোৱা ফটোবোৰ এখন এখন কৈ চাই গৈছিল । মৰমীৰ এখনো ফটো বেৰত আঁৰি থোৱা নাছিল । হঠাতেই ৰবেনৰ এবাৰ পূৰণি কথা মনত পৰি গৈছিল । সি এক সময়ত মৰমীক তাইৰ এখন ফটো খুজিছিল । মৰমীয়ে কিন্তু তাইৰ ফটো এখন দিম বুলি কৈছিল । কিন্তু মৰমীয়ে তাক ফটো দিয়া নাছিল । তাৰ পিচত ৰবেনৰ কবিতা থকা এখন আলোচনীৰ চকু পৰিছিল । সেই কবিতা কাঁকি ৰবেনেৰেই আঁকিছিল—

তোমাৰ প্ৰেমৰ মই
এপাহ নুফুলা ফুল
কেতিয়া ভাঙিব সখি
কৰি অহা সেই ভুল ।

ক'ৰবাত লিখা আছিল স্বৰ্গীয় কবি দুৰ্বৰাদেৱৰ এফাকি কবিতা ।
"হাঁহি আৰু চকুলোৰ কৰুণ মিলন, এয়ে হায় মানৱ জীৱন" ।
ক'ৰবাত দেখা পাইছিল "পিতা স্বৰ্গ পিতা ধৰ্ম পিতাই পৰম তপঃ" এনেকৈ থাকোতেই আকৌ কেইমিনিটমান আগ বাঢ়িছিল । তাক জন্য এটা চিন্তাই আবৰি ধৰিছিল । বৰেনে এদিন মৰমীৰ ঘৰখনক, মানুহবোৰক আপোন কৰি লৈছিল । কিন্তু তাক মৰমীৰ বাহিৰে ঘৰৰ বাকীবোৰে আপোন বুলি ভাবিব পৰা নাছিল । মৰমীৰ মাক অঞ্জনা আৰু স্বৰ্গীয় দেউতাক জগানন্দই নিজৰ সন্তানৰ দৰে সাবটিব পৰা নাছিল । মৰমীৰ ককায়েক হৰিমনে তাক সদায় শত্ৰু বুলিয়ে ভাবিছিল । কিন্তু বৰেনে লোকক আপোন কৰি লৈ পৰম তৃপ্তি পাইছিল । যি মানুহে পৰক আপোন কৰি লব পাৰে সেইজনেই মহা মানৱ । কিন্তু বৰেনে মহা মানৱ হৈ উঠিব পৰা নাছিল । তাৰ কিন্তু অন্তৰত প্ৰবল হেপাহ আছিল মানুহৰ মুক্তি গান গোৱাৰ ।

চাওঁতে চাওঁতে বৰেনৰ সমুখেদি বহুত বছৰ পাৰ হৈছিল । বহু বসন্ত শৰত পাৰ হৈছিল । কিন্তু সি মানুহৰ সমাজত ধনী আৰু দুখীয়াৰ মাজত থকা দেৱাল ভঙাৰ গীত শুনা নাছিল । কোনো মানুহেই দুখীয়া হৈ জন্ম গ্ৰহণ নকৰে । কিন্তু বৰেনে দুখীয়াৰ দুখ দেখি কেতিয়াবা কান্দি দিছিল । তাৰ দেৱাল ভঙাৰ গীত গাবলৈ মন গৈছিল । ধনী দুখীয়াক সমান কৰাৰ মন গৈছিল । ভগৱানৰ বাজাত সি সকলোকে সমান দেখিছিল । সকলো ধৰ্মক সমানে চাইছিল । কিন্তু সি দেখা পালে যে বিংশ শতাব্দীৰ শেষত গোষ্ঠী সম্প্ৰদায় আৰু নিজক লৈ ব্যস্ত থকা মানুহবোৰক । টকা স্বাৰ এই যুগত নাই তাৰ কোনো প্ৰকাশো নাই । টকা থকা মানুহখিনিয়েই এতিয়া আমাৰ দেশক নেতৃত্ব দি আছে । দুখীয়া সকলে বহুত দৰে চলি আছে । ধৰ্ম আৰু স্বৰ্ণ বৈষম্যতাই [illegible] ধৰণে কৰিছে । মানুহ [illegible] চোৰ [illegible] সোমাইছে । [illegible] সৃষ্টি হৈছে ।

পুনৰ বৰেনৰ [illegible]

[illegible]

ৰবেনে মৰমীক বহুৰাৰ লগ ধৰিলে, সুখৰ দুখৰ কথাও পাতিলে। কিন্তু সি মৰমীৰ পুনৰ সংস্থান কৰিব পৰা নাছিল। তাক সেই বিষয়ে হৰিমন আৰু মাক অৰুনাই কোনোদিনে কোৱাও নাছিল। আজি সি মৰমীৰ সৈতে এৰি অহা অতীতত ঘটি যোৱা সকলো ঘটনা প্ৰবাহ আলোচনা কৰিব। একৈশ শতিকাৰ ডেকা-গাভৰু সকলক কব, বন্ধুসকল মানুহ হবলৈ চেষ্টা কৰিবা। মানুহৰ উপকাৰ কৰিবা। নিজে যদি ধনী হোৱা গৰিবক পুতৌ কৰিবা। গৰিবক প্ৰৱঞ্চনা কৰি ধনী নহবা। কাৰণ মনত ৰাখিবা ঠগ প্ৰৱঞ্চনা কৰি ধনী হলেই জীৱনৰ আয়ুস চুটি যায়। সেইহে 'ৰিচাৰ্ড আৰ্মষ্টঙে কৈছিল— "Life is too short to become involved in fraud, deceit or dishonesty of any — type." চকুৰ আগতেই দেখা পাবা বিশেষ মানুহে কেৱল লৌকিক ঠগ প্ৰৱঞ্চনা কৰি টকা আৰু সা-সম্পত্তিৰ মালিক হৈছিল সেইবোৰ মানুহে সেই সা-সম্পত্তি নিজে ভোগ কৰিব নোপায়। লোকে পিচত ভোগ কৰা দেখা যায়।

আকৌ ৰবেনে মৰমীক মনত পেলালে। মৰমী কিবা আনিম বুলি কৈ অইন কোঠালৈ খোজ লৈছিল। কিন্তু মৰমী ইমান দেৰি কৰিছে কিয়? তাইক সেই হৰিমনে বাধা দিয়া নাইতো। আজি সি মৰমীৰ সৈতে সকলো কথা আলোচনা কৰিব আৰু সুধিব বৈবাহিক জীৱনত তাইৰ বিচ্ছেদ ঘটিছিল কিয়? তাই অকলেই থাকিব লগা হৈছিল কিয়? সিংটো মৰমীৰ পৰা একো বিচৰা নাছিল। সি কেৱল মৰমীৰ পৰা বিচাৰিছিল এষাৰি মুখৰ মধুৰ মাত আৰু হিয়া ভৰা পবিত্ৰ প্ৰেম। কিন্তু আজিলৈকে মৰমী তাৰ কাষ চপা নাই কিয়? সি কিবা ভুল কৰিছিল নেকি? সি মৰমীৰ মনৰ বিপৰীতে কিবা কাম কৰিছিল নেকি? নহয়। ৰবেনে মৰমীৰ বিপৰীতে একো বেয়া কাম কৰা নাই আৰু নকৰিব। তাৰ দৰে এজন সহজ সৰল পুৰুষক মৰমী কিয় আজিলৈ সাবটিব পৰা নাই সেইটোৱে হ'ল আশ্চৰ্যজনক কথা। তেনেবোৰ কথা ভাবি থাকোতেই মৰমী চাহ-মিঠাই লৈ উপস্থিত। টেবুলৰ ওপৰত চাহ-মিঠাই থৈ মৰমী অতি কোমল সুৰত কলে ৰবেনদা চাহ খাওক। হব বাৰু বুলি কৈ ৰবেনে চাহৰ কাপত মুখ দিলে। মৰমীয়েও চাহ খাবলৈ ধৰিলে।

এনেকৈ আকৌ কিছুসময় পাৰ হৈছিল। ৰবেনে অতি নম্ৰভাৱে

মৰমীক সুধিলে। মৰমী এতিয়া তুমি কোৱাচোন তোমাৰ বৈবাহিক জীৱন বিচ্ছেদ ঘটাৰ গুৰিত দোষী কোন? লগতে কোৱা তোমাক এইখন ঘৰত কোনে কোনে অত্যাচাৰ কৰে? তোমাৰ অধিকাৰ নাই নেকি এইখন ঘৰত?

— আপুনি সেইবোৰ পুৰণি ইতিহাস জানিবলৈ ইমান উদ্গ্ৰীব হৈ উঠিছে কিয়? যোৱা কথা যাবলৈ দিয়ক। এতিয়া পাৰে যদি মোৰ এই জীৱনৰ ব্যৱস্থা কৰক ৰবেনদা। মই মানুহৰ ঠাট্টা মস্কৰা শুনিব নোৱাৰা হৈছো।

— জানা মৰমী, মই এষাৰ কথা জানো।

— কেনে ধৰণৰ কথা ৰবেনদা?

— বৈবাহিক জীৱন বিচ্ছেদ ঘটে যদিহে পুৰুষ নাইবা তিৰোতাজনী সেই যুগ্ম জীৱনক কেৱল যৌন কামনা বাসনা চৰিতাৰ্থ কৰাতহে ব্যস্ত থাকে। সুখৰ সংসাৰ গঢ়ি তুলিব লাগিলে পুৰুষ আৰু তিৰোতাই বহুত স্বাৰ্থ ত্যাগ কৰিব পৰা বিধৰ হ'ব লাগিব। বৈবাহিক জীৱনত বিচ্ছেদ ঘটে কিয় "উইলিয়ম দাৰুইনে" কৈছিল— "Marriage disintegrates when it is only a partnership in sex" তুমি সেই বিষয়ত এক মতনে মৰমী?

সেইবোৰ এতিয়া এৰক ৰবেনদা। আপুনি যিটো কামৰ কাৰণে আহিছে তাকেহে কৰক। তাকে কৈ খন্তেকৰ কাৰণে মৰমী নীৰৱ হ'ল। ৰবেনে কিটো কৰিব আৰু সি কি সিদ্ধান্তলৈ আহিব সেই কথা ভাবি গ'ল। মৰমী অতীতক পাহৰি যাব কৈছে। কিন্তু ৰবেনে জানো অতীতক পাহৰি যাব পাৰে? মৰমীক ভাল পাই আৰু মৰমীৰ প্ৰেমত পৰি সি যোৱা দুই যুগৰ ওপৰ বিৰহ বেদনা লগতে নোপোৱাৰ বেদনা ভুগিলে সেইবোৰ ক্ষণ আৰু মুহূৰ্তবোৰ মনত পৰিলেই তাৰ আজিও সৰ্বশৰীৰ কঁপি উঠে। জীৱনত সি যিজনী নাৰীক লৈ এখনি সুখৰ সংসাৰ গঢ়ি তুলিব খুজিছিলে সেই সকলো-বোৰ এতিয়াও অসম্পূৰ্ণ হৈয়ে আছে। সি যে আকৌ মৰমীক লৈ এখনি সুখৰ সংসাৰ গঢ়ি তুলিব সেই আশা আৰু এতিয়া তাৰ নাই। হঠাতে ৰবেনে কোটৰ পকেটত হাত ভৰাই দুখন চিঠি উলিয়াই মৰমীৰ হাতত দিলে। মৰমীয়ে নিজৰ আৰু ৰবেনে লিখা চিঠিখনি পঢ়ি উচুপি উঠিল। তাৰ পিচত মৰমী হুক্ হুক্ কৈ কান্দিছিল।

মৰমীৰ মাক অঞ্জনাই দৌৰি আহি কোঠাত সোমাই মৰমীৰ

সেই অৱস্থা দেখি ৰবেনক দোষ দিব খুজিছিল । মৰমীয়ে মাকৰ কথাত প্ৰতিবাদ কৰিছিল আৰু কৈছিল, মা ! আপুনি নাৰী হৈ নাৰীৰ মন নুবুজিলে । মোক সেই চৰিত্ৰহীন হেমচন্দ্ৰৰ সৈতে বিয়া দি বোজা পাতলাব খুজিছিল । জানে মা— উকিলৰ ওকালতি সকলোতে নাখাটে । হৰিমন ককাই ৰবেনদাক শত্ৰু বুলি ভাবে । কিন্তু এই বিশ্বত এতিয়া যদি মোৰ সুখৰ কথা চিন্তা কৰে এই ৰবেনদাই ! দেউতা ঢুকোৱাৰ দিনা মই হিয়া ধুনি কান্দিছিলো । আপুনি যিদিনা ঢুকাব সেইদিনাও মই হিয়া ধুনি কান্দিম । কিন্তু মই কাৰ সৈতে থাকিম ? ককাই আৰু সৰু ভাই সকলে মোৰ এই জীৱনৰ কথা কোনোদিনে ভবা নাই । ৰবেনদা আহি পাইছে । মই এতিয়া কাৰো ছত্ৰছাঁয়াত থকাত নাই । কোনোজনৰ ঘৰলৈকে যোৱাত নাই । আপুনিও ৰবেনদা কেওৱে ঘৰলৈ নেযাব । মই যিমান দিন এইখন ঘৰত থাকো সিমান দিনলৈ আহিব । কথাবোৰ কৈ অপৰূপী মৰমী কান্দিব ধৰিছিল । মাক অঞ্জনাই চকুলো টুকিছিল । ৰবেনে সেই দৃশ্য দেখি সপোন সপোন অনুভৱ কৰিছিল । মাক অঞ্জনাই সম্বিৎ ঘূৰাই পাই ৰবেনক কৈছিল, বোপা ৰবেন তুমি তাইৰ কিবা এটা ব্যৱস্থা কৰা । তাকে কৈ মৰমীৰ মাক অঞ্জনাই অইন কোঠালৈ খোজ লৈছিল ।

বেৰত আঁৰি থোৱা ঘড়ীটোত টং টং কৈ ৰাতি সাত বজাৰ সংকেত দিছিল । বাহিৰত এন্ধাৰ নামিছিল । ৰবেনে বাহিৰত এন্ধাৰ দেখি সচকিত হৈ কৈছিল, মৰমী মই এতিয়া যাওঁ । কাৰণ নগৰত থকাৰ মোৰ কোনো ব্যৱস্থা নাই । হয়তো হোটেলত থাকিব পৰা যাব ।

— হোটেলত থাকিব নেলাগে ৰবেনদা !

— নহয় মৰমী, মই আকৌ তোমাক অহা কালিলৈ লগ ধৰিম ।

— সেইটো হব নোৱাৰে ৰবেনদা ! আজি আপুনি এই ঘৰতেই থাকিব লাগিব ।

— তুমি চিঠিত লিখিছিলা নহয় ঘৰত বহুত মানুহ থকা বুলি । মানুহবোৰ কলৈ গ'ল ? তাতে আকৌ নগৰীয়া মানুহবোৰ আমোদ আৰু সৌন্দৰ্যপ্ৰিয় ।

— কেৱল হৰিমন ককাই আছে । আজি কালি হৰিমন ককাই মদ খায় । মদ খায় সেই দুষ্ট লম্পট হেমচন্দ্ৰৰ সৈতে ।

— যদি মই অহা গম পায় তেতিয়া মোক হয়তো অপমান কৰিবও পাৰে। নাইবা অশ্লীল কথাও শুনাই দিব পাৰে।

— আপুনি একো ভয় নকৰিব। মই আছো। মা আছে। ভয় কৰাৰ কোনো প্ৰয়োজন নাই। এইখন মোৰ ঘৰ। ইয়াত কাৰো অধিকাৰ নাই।

ৰবেন আৰু মৰমী কথা পাতি থাকোতে বহুবাৰ হৰিমনে দুৱাৰৰ কাষলৈ আহি তাৰাং তিৰিং কৈ চাই গৈছিল। তাৰ চকুজুৰি খং আৰু ক্ষোভত তিৰ্ বিৰাইছিল। মৰমী কিন্তু সেই লোলুপ দৃষ্টিলৈ লক্ষ্য কৰা নাছিল। ৰবেনে অৱশ্যে সকলোবোৰ লক্ষ্য কৰি আছিল আলেঙে আলেঙে।

— হঠাতেই মৰমী কৈ উঠিল। জানে ৰবেনদা! এতিয়া হৰিমন ককাইক মই বোলে দেউতাই দিয়া মাটি ঘৰ লিখি দিব লাগে। মাজে মাজে মোক মিঠা কথা কয়।

— লিখি দিব লাগে লিখি দিবা। মই জীয়াই থাকিলে তুমি নিশ্চয় পাবা—থকা ঘৰ, পিন্ধিবলৈ কাপোৰ আৰু দুবেলা দুমুঠি পেটৰ ভাত। এইখিনিয়েটো জীয়াই থকাৰ সম্বল মৰমী। কিন্তু মৰমী মই জানো যে, তোমাক ভুল পথে চালিত কৰা বুলি আজিও মোক হৰিমন আৰু হেমচন্দ্ৰই সন্দেহ কৰে। বাৰু এতিয়া বলা দুয়ো অলপ মৰানৈৰ পাৰৰ পৰা ফুৰি আহোগৈ। মাকক মাত দি দুয়ো আগবাঢ়িল।

## ( তিনি )

বহাগ মাহ। আকাশ ফৰকাল। ইটো সিটো কথা পাতি পাতি ৰবেন আৰু মৰমী বহুদূৰ পাইছিল। নদীৰ পাৰত ফুৰাৰ বাবে দুয়োজনৰ অলপ ঠাণ্ডা লাগিছিল। এনেকৈ দুয়োজনে ঘূৰি ঘূৰি বাতি চাৰে আঠমান বজাত ঘৰলৈ উভতিছিল। ঘৰ আহি পোৱাৰ আগতে দুয়োজনে চিন পৰা ভিঠিত সেৱা জনাইছিল। ঘৰ আহি পাই আকৌ ৰবেন আৰু মৰমী দুখন চকীত বহি কথা পাতি আছিল। কথা প্ৰসঙ্গত ৰবেনে কৈছিল— মৰমী, তুমি যদি কেতিয়াবা এই গল্পটো পঢ়া তেতিয়া নিজকেই সুধিবাচোন? এই পৃথিৱীত আজিও তুমি কাৰ পৰা প্ৰেম-প্ৰীতি আৰু ভাল পোৱাৰ পূজা পাই আছা। কোনে তোমাক এই পৃথিৱীত আজিও হিয়া দি ভাল পায়। জানা

মৰমী ! আমি সকলোৱে জীয়াই থাকিব বিচাৰো । কেনেকৈ জীয়াই থাকিব লাগে সেইখিনি কথা শিকাৰ কিন্তু প্ৰতি পুৰুষ তিৰোতা আৰু ডেকা-গাভৰুৰ প্ৰয়োজন আছে । 'চিমাকা'ই কৈছিল (Semeca) "As long as you live keep rarning how you live" তুমিটো জানাই মৰমী, আমাৰ জীৱন ক্ষন্তেকীয়া । আজি আছো কাইলৈ নাই । তথাপি যিমান দিন জীয়াই থাকো সিমান দিন কেনেকৈ জীয়াই থাকিব লাগে তাকো শিকিব লাগে । জীৱন মৃত্যু আমাৰ আছেই । গতিকে এই পৃথিৱীত যতবোৰ প্ৰাণী আছে কোনেও চিৰকাল জীয়াই থাকিব নোৱাৰে । সেয়ে কণ্ড জীয়াই থকা দিন কেইটা মিলি জুলি হাঁহি নাচি কটাই দিব পাৰিলেই সেই জীৱন বোলে সাথক হয় । কথাত কথা ওলায় মৰমী ! — কেনে কথা কওঁকচোন ৰবেনদা !

ৰবেন অলপ নীৰৱ হ'ল । সি ভাবি গ'ল, এই পৃথিৱীত চন্দ্ৰ সূৰ্য্য যিমান দিন থাকিব সিমান দিন মহাকাব্য ৰামায়ণ আৰু মহাভাৰত জীয়াই থাকিব । জীয়াই থাকিব পৃথিৱীৰ আদি কবি বাল্মীকি, ব্যাস আৰু কালিদাস । মৰমী, মৃত্যু সকলোৰে বাবে আহিব । যি মানুহে এই পৃথিৱীলৈ অহাৰ পৰিচয় নিজৰ ভাল ভাল কামেৰে দি যাব পাৰিছে সেই জীৱনকহে জীৱন বুলি কব পাৰি । অ' এবাৰ 'জৰ্জ ফেৱিডিয়াচ'ৰ কথা মনত পৰিছে । তেখেতে কৈছিল, "Death comes to all, but real achievements build a monument which shall endure until the sun grows cold." এতিয়া মৰমী তুমি কোৱা ! তোমাক অমৰ কৰি ৰাখিবলৈ কোনে চেষ্টা চলাইছে ? তুমি মোক চিঠিৰে জনাইছিলা যে, তুমি এটা কিবা কাম শিকি জীৱনৰ বাকী চোৱা কাল কামত ব্যস্ত থাকি কটাব বিচৰা । সেইটো অতি ভাল কাম মৰমী । কিন্তু তুমি যাক গোটেই জীৱন অবহেলা কৰিলা তাৰ কাৰণে তুমি মুক্তিৰ পথ বিচাৰিছানে ? মৰমী কিবা কম বুলি ভাবোতেই মাক অঞ্জনাই কোঠাৰ ভিতৰলৈ সোমাই আহি কৈছিল,— মৰমী আৰু ৰবেন খোপা ভাত দিছো । মৰমী আৰু ৰবেনে পাক ঘৰলৈ আগ বাঢ়িছিল ।

ৰাতি ন-বাজিবলৈ কেইমিনিটমান বাকী আছিল । কোঠা-টোত ৰবেন, মৰমী আৰু মৰমীৰ মাক অঞ্জনাই গাওঁ আৰু নগৰত বাস কৰা মানুহৰ জীৱন নিৰ্বাহৰ কথা পাতি আছিল । মৰমী সুধিলে নগৰত কৈ গাওঁবোৰ ভাল নহয়নে ৰবেনদা ? ৰবেনে কলে, মৰমী

।

গাওঁ ভাল নে নগৰ ভাল মই ভালকৈ নেজানো। কিন্তু মই এক সময়ত ভাবিছিলো যে, নগৰত যদি কিবা কাৰণত ৰাতি থাকিব লগা হয় থাকিম ক'ত আৰু ভাত খাম ক'ত? গাওঁত কিন্তু মানুহৰ ঘৰত আলহী হলেই ৰাতিৰ আলহী সাক্ষাত দামোদৰ বুলি আজিও ভাবে। বাৰু মই আজি এটা ঘটনা কম। মিঃ বৰুৱাৰ ঘৰ নগৰত। তাৰ মানে এইখন নগৰতেই। মই এদিন ৰাতি গুৱাহাটীৰ পৰা আহি বৰপেটা নগৰ পাইছিলো। তেতিয়া ৰাতি প্ৰায় এঘাৰ মান বাজিছিল। মই জানো মোৰ গাওঁ এই নগৰৰ উপকণ্ঠতেই। কিন্তু ৰাতি মই গাওঁলৈ অকলে যাবলৈ ভয় কৰিছিলো। তাৰ পিচত মিঃ বৰুৱাৰ ঘৰত মই উপস্থিত হৈছিলো। মোক ৰাতি শোৱাৰ কাৰণে মিঃ বৰুৱাই এখন তক্তা দিছিল। মই সেই তক্তাখনত মোৰ কাপোৰ পাৰি শুই পৰিছিলো। কিন্তু মিঃ বৰুৱাই মোক ভাত খোৱাৰ কথা সোধা নাছিল। মই গোটেই ৰাতিটো পেটৰ ভোকত ছটফটাই আছিলো। সেইদিনা ৰাতি মোৰ টোপনি অহা নাছিল। ৰাতিপুৱা মই নগৰৰ পৰা মিঃ বৰুৱাক মাত দি গাওঁৰ ঘৰলৈ খোজ লৈছিলো। মৰমী আৰু মৰমীৰ মাক অঞ্জনাই একো মন্তব্য দিয়া নাছিল। কিবা অনাৰ ছলেৰে মৰমীৰ মাক অঞ্জনাই অইন কোঠালৈ আগবাঢ়িছিল। মৰমী সেই কথা শুনি মাথোন কৈছিল,— ৰবেনদা! নগৰত বাস কৰা মানুহে আলহী ৰাখিবলৈ টান পায় কিয়?

ইতিমধ্যে আকৌ টং টং কৈ ন-টাৰ ঘণ্টি পৰিছিল। ৰবেনে চিগাৰেট উলিয়াই হুপিব ধৰিছিল। টেবুলৰ ওপৰত থকা বাতৰি কাকতখনি পঢ়ি ৰবেনে অতি দুখেৰেই মৰমীক কলে,— মৰমী! বাতৰি কাকতখনি খুলিলেই দেখা পাও মৃত্যুৰ বাতৰি। ভাৰতৰ চৌপাশে গণ্ডগোল। পঞ্জাবত চলিছে নৰহত্যাৰ সংগ্ৰাম। যি ৰজাই প্ৰজাৰ সমস্যা সমাধান কৰিব নোৱাৰে সেই ৰজাই ৰাজ সিংহাসনত বহি থাকে কিয়? মৰমী একো মন্তব্য দিয়া নাছিল। তাই লাহেকৈ কলে,— ৰবেনদা তামোল খাওক। ৰবেনে তামোলখন মুখত ভৰাই এফাঁকি হিন্দী কবিতা মাতি গ'ল—

"কহে দো ইহা
না কৰে কোই প্যাৰ
ইহা খুচীয়াহে কম
বে স্মাৰ হে গম্

এক পল হাঁহি
আওৰ আঁসুহে হাজাৰ"

ৰবেনে হিন্দী কবিতা ফাঁকি মাতি খন্তেকৰ কাৰণে গহীন হ'ল। মৰমী কেৱল ৰবেনৰ মুখলৈকে চাই ৰ'ল। ইফালে ৰাতি গভীৰ হৈ আহিছিল। বাহিৰত বসন্ত কালৰ বতাহজাক বলি আছিল। মৰমী ভবাই নাছিল যে, ৰবেনৰ দৰে এজন গাৱঁলীয়া নিমাখিত ডেকাই হিন্দী চায়েৰ শুনাব পৰা হব বুলি। একসময়ত ৰবেনে অসমীয়া ভাষাহে সলসলীয়াকৈ কব পাৰিছিল। এতিয়া ৰবেনে অসমীয়া, ইংৰাজী, হিন্দী, বঙালী কব পৰা হৈছে। গঠনমূলক কামত অহৰহ লাগি আছে। মৰমী জানিছিল যে, তাইৰ প্ৰেমত পৰি হয়তো ৰবেনে এক সময়ত তাইৰ পাচে পাচে চগাৰ দৰে ঘূৰি ফুৰিছিল। তাইৰ হঠাতেই ৰবেনক সাৱটিবলৈ মন গৈছিল। ওপৰত নিয়ন লাইট জ্বলি আছিল। বসন্তৰ নতৰে তাইৰ দেহ মন উত্তপ্ত কৰি তুলিছিল। মন গৈছিল তাইৰ ৰবেনৰ সমুখত আত্মসমৰ্পণ কৰিবলৈ। তাইৰ ৰবেনক আপোন বুলি ভবাৰ স্থল আছে। কিন্তু তাই ৰবেনৰ পৰা সম্পূৰ্ণ ভাৱে বিচ্ছিন্ন হৈ পৰিছিল কিয় ? তাই ৰবেনক দুখ দি অন্য পথ লৈছিল কিয় ? কথাবোৰ ভাবি ভাবি মৰমী আকৌ ৰবেনৰ দুচকুত চকু থৈ বহু সময় চাই আছিল। ৰবেন কিন্তু অচল অটল। সি এক খোজো আগবঢ়া নাছিল। মৰমীক চঞ্চল হোৱা দেখি সি কৈছিল। মৰমী, কিমানদিন মোৰ দু-চকুত চকু থৈ তুমি চকুৰ ভাষাৰে কথা পাতিছিলা, কিন্তু আজিলৈ তুমি তোমাৰ মনৰ গোপন কথা কোৱা নাই। জানা মৰমী ! কামনা বাসনাত নতুনৰ সৃষ্টি হব নোৱাৰে। নতুনৰ সৃষ্টি কৰিব লাগিলে প্ৰাক জগতে বিক্ষিপ্তক সংক্ষিপ্ত কৰিব লাগিলে সাধনাৰ প্ৰয়োজন। বাৰু তুমি অইন এফাঁকি কবিতা শুনা—

ডেকা বন্ধু সকল
মুক্ত কণ্ঠে কোৱা মোক
পাত্তকৰ ৰূপ দেখি
প্ৰেমত নপৰো বুলি,
মোৰ দৰে আজীৱন
বিৰহৰ গলগতা গলত পিন্ধি লৈ
হৃদয়ে হৃদয়ে নুপুৰিবা

নাৰী আৰু গাভৰু নামৰ গছ পুলি
সৃষ্টিৰ ক্ষমতা থাকিলেও
কি আশাত লকানো আঁকোৱালি ?

তাৰ পিচত ৰবেনে পুনৰ মৰমীক কলে, মৰমী ! বিপদ অকলে নাহে। বিপদ যেতিয়া আহে হিল-দল ভাঙি আহে বন্যাৰ সোঁতৰ দৰে। ভাষা জননীৰ সেৱাত মই কিন্তু এই জীৱন কৰিছো অৰ্পণ। অৰ্পণ কৰিছো জীৱন অসমীয়া জাতিৰ কাৰণে। শ্বহীদ হব নোৱাৰিলেও আজিলৈকে যতবোৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন দেখিলো মই সক্ৰিয়ভাৱে জয়মুক্ত হোৱাৰ কামনা কৰিছিলো। নিজেও লাগি আছিলো। আকৌ বেৰত আঁৰি থোৱা ঘড়ীত এঘাৰ বজাৰ কোব পৰিছিল। ৰবেন আৰু মৰমীক টোপনিয়ে আমনি কৰিছিল। ৰবেনে মৰমীৰ মুখলৈ আৰু মৰমীয়ে ৰবেনৰ মুখলৈ চাই আছিল। বহু সময় দুয়ো নীৰৱ আছিল। নীৰৱতা ভঙ্গ কৰি আকৌ ৰবেনে মৰমীক সুধিলে,— মৰমী, তুমি কোৱাচোন তোমাৰ মনে এতিয়া কি কথা ভাবি আছে ?

— মোৰ মনে ভাবিব কিটো ! আপুনি কাষত আছে আপোনাৰ কথাকেই ভাবি আছো। আপুনি কি পথ লয় তাৰে অপেক্ষাত বৈ আছো।

— মোৰ কথা ভাবিব পৰা হৈছা এই কাৰণ যে, মই এতিয়া তোমাৰ নিচেই কাষত। কিন্তু মই জানো চকুৰ আঁতৰ হলেই মনৰো আঁতৰ হোৱা বুলি কয়। কাৰণ তুমি যদি তোমাৰ জীৱনত ঘটি যোৱা সকলো ঘটনা প্ৰৱাহ প্ৰকাশ কৰিলাহেতেন হয়তো মই আকৌ চেষ্টা চলালোহেতেন মানুহৰ মনৰ খোৰাক দিয়াৰ কাৰণে। কিন্তু তুমি এজনী এনেকুৱা মৰমী ! মৰম কৰিবহে তুমি জানা। ময়ো মৰম কৰিব জানো। এবা এফাঁকি কবিতা শুনা—

মৰমে মৰম পায়
পৰাণে পৰাণ
প্ৰেম আৰু ভাল পোৱা অজৰ অমৰ।

কবিতা ফাঁকি কৈ ৰবেন হঠাতেই কঁপি উঠিছিল। কঁপি উঠিছিল মৰমী। বাহিৰত মানুহৰ গুণ গুণ শব্দ। দুয়োজনে কেৱল মানুহৰ গুণ গুণ শব্দহে শুনিছিল। হঠাতেই দুৱাৰত কোনোবাই টুকুৰাই দিছিল। ৰবেনে বহাৰ পৰা উঠি থিয় হৈছিল। মৰমী

দুৱাৰ খুলি দিছিল। হৰিমন আৰু হেমচন্দ্ৰই মদৰ নিচাত চলং চপংকৈ আহি কোঠাত সোমাই ৰবেনক হত্যা কৰাৰ কাৰণে চোঁচা লৈছিল। মৰমীয়ে দুয়োজনকেই বাধা দিছিল। লগতে মৰমী চিঞৰি কৈছিল কুলাঙ্গাৰ সকল, মই বুজিছো বুজিলো দুয়োজনৰ ষড়যন্ত্ৰ। এতিয়াই ওলাই যা কোঠাৰ পৰা নহলে মাক মাতিম। দুয়োজনে ৰবেনক অকথ্য কথা কৈছিল আৰু পুনৰ তাক মাৰিবলৈ চোঁচা লৈছিল। ৰবেনে দুয়োজনকে চকিয়াই কোঠাৰ পৰা উলিয়াই দিছিল। মৰমী দুৱাৰ বন্ধ কৰা। মৰমীয়ে দুৱাৰ বন্ধ কৰিছিল। হৰিমন আৰু হেমচন্দ্ৰই বাহিৰত মদৰ নিচাত বহুত সময় বকি আছিল। হৰিমনে সেই ছেগতেই হেমচন্দ্ৰক কৈছিল,— হেমচন্দ্ৰ। মৰমীক বিপথগামী কৰাৰ গুৰিত এই ৰবেন। তাক সেকনি দিবই লাগিব। — শুনিলা' নহয় মৰমী, তোমাৰ হৰিমন ককায়েৰাৰ কথা। তুমি আৰু এইখন ঘৰত থাকিব নালাগে। তোমাৰ চিঠি মই সকলো বুজি মানি লৈছো। তুমি আৰু এই দুষ্ট দানৱৰ লগত থাকিব নেলাগে। সেইবোৰ হব ৰবেনদা। অহা কালি ৰাতিপুৱা মই মাক কম আৰু মোৰ জীৱনক লৈ খেলা কৰা একজন সেই চৰিত্ৰহীন হেমচন্দ্ৰ নহয় মোৰ ককাই হৰিমনও। ৰবেনে পুনৰ চকীত বহিছিল। সি মূৰটো থৈছিল। ৰবেনৰ বৰ ভাগৰ লাগিছিল। তাৰ খন্তেকতে তন্দ্ৰা আহিব খুজিছিল। সি কিন্তু সেই বিপদতো ধৈৰ্য্য হেৰুৱা নাছিল। সি কেৱল মৰমীৰ কথাকেই ভাবি গৈছিল।

— মৰমীয়ে লাহেকৈ কলে ৰবেনদা। যি হ'ল হবলৈ দিয়ক, এতিয়া ৰাতিও হৈছে। আপুনি টোপনি যাওক। অ' এবাৰ কথা কওকচোন ?

— কোনটোচোন কি কথা।

আপুনি যে হিন্দী কবিতা ফাঁকি মাতিছিল তাৰ অৰ্থ মই নুবুজা নহয়। কিন্তু ভেকাই পাভৰু আৰু পাভৰুৱে ভেকোক ভাল নোপোৱাকৈ জানো থাকিব পাৰিব ? প্ৰেম-প্ৰীতি ভাল পোৱা এই পৃথিৱীৰ বাস কৰা সকলো প্ৰাণীৰ মাজতেই থাকিব। থাকিব বিৰহ বেদনা, জ্বালা যন্ত্ৰণা।

— মোৰ মতে মৰমী, মানুহৰ কাৰণে সুখ-আনন্দ, ৰং-ধেমালি সকলো খন্তেকীয়া। কচুৰ পাতৰ পানীৰ দৰে। তথাপি জীয়াই থকা দিন কেইটাত মানুহক নালাগে কি ? মানুহে নিবিচাৰে কি ? প্ৰাণবোৰ ক্ষমতা প্ৰিয়।

—বাৰু ৰবেনদা সেইবোৰ এৰক। মই এতিয়া যাওঁ। আপুনিও শুই পৰক। তাকে কৈ মৰমী অইন কোঠালৈ আগবাঢ়িছিল। ৰবেনে দৰ্জাখনত খিলিটো দি শুই পৰিছিল। ৰবেনৰ কিন্তু সেইদিনা ৰাতি টোপনি অহা নাছিল। বোধকৰো মৰমীৰো।

( চাৰি )

পুবে পোহৰ হোৱাৰ আগে আগেই মৰমী শুৱাৰ পৰা উঠি ৰবেনক জগাই পাকঘৰত সোমাইছিল। মৰমী চাহৰ কেট্‌লি চৌকাৰ ওপৰত তুলি দি আকৌ ৰবেনৰ কোঠাত সোমাই কৈছিল, ৰবেনদা মুখ হাত ধোৱক। চাহ হ'বই। ৰবেনে হব বুলি কৈ কুঁৱালৈ আগ বাঢ়িছিল। মৰমী পুনৰ পাকঘৰত সোমাই চাহ হোৱাৰ লগে লগে দুকাপ চাহ লৈ উপস্থিত। ৰবেনে কিন্তু তেতিয়া এখন আলোচনী পঢ়াত মগ্ন আছিল। মৰমীয়ে চাহ দিয়া বুলি কোৱাত সি চাহৰ কাপত মুখ দিলে। মৰমীয়েও চাহ খালে। চাহ খোৱা হোৱাৰ পিচত মৰমী কলে, ৰবেনদা আপুনি পঢ়ক। মই এতিয়াই আহিছো। তাকে কৈ মৰমী পাকঘৰত পুনৰ সোমাল।

তেতিয়া ৰাতিপুৱা ছয় মান বাজিছিল। মৰমীৰ মাক অঞ্জনাই শোৱাৰ পৰা উঠি মুখ হাত ধুই পাকঘৰত সোমাল। মৰমীয়ে মাকক চাহ দিলে। মাকে চাহ খালে। মাকৰ চাহ খোৱা হোৱাত মৰমীয়ে যোৱা ৰাতি ঘটি যোৱা ঘটনাৰ সবিশেষ জনালে। মাক অঞ্জনাই সেইবোৰ কথা শুনি বহু সময় নীৰৱেই আছিল। তেওঁ মনতেই ভাবি গৈছিল মৰমীৰ নিঃসঙ্গ জীৱনৰ কথা। অঞ্জনাৰ কিন্তু পুতেক হৰিমন আৰু জোঁৱায়েক হেমচন্দ্ৰৰ ওপৰত বিৰাট খং উঠিছিল। তেওঁ ভবাই নাছিল যে মৰমীৰ জীৱন ধ্বংস কৰাৰ গুৰিত পুতেক হৰিমন সংমিশ্ৰণ থকা বুলি। হেমচন্দ্ৰক তেওঁ ঘিণ কৰে। কাৰণ তেওঁ যদি হেমচন্দ্ৰক চৰিত্ৰহীন বুলি মৰমীক বিয়া দিয়াৰ আগতে জানিলেহেঁতেন হয়তো গিৰীয়েকক কৈ মৰমীক সেই ৰবেনৰ সৈতে বিয়া দিলেহেঁতেন। কিন্তু এতিয়া কৰিব কিটো? গিৰীয়েক যদি থাকিলহেঁতেন হয়তো আজি বহু কথা কবলৈ পাৰিলেহেঁতেন। কিন্তু গিৰীয়েক কেতিয়াবাই ঢুকাল। আৰু কেনে দাৰুণ ঘটনাটো কিমান ৰাতি ঘটিছিল।

— জানে মা। হৰিমন ককাই আৰু সেই চৰিত্ৰহীন হেমচন্দ্ৰই ৰাতি এঘাৰ মান বজাত চলংপলং কৈ মদ খাই দুৱাৰত টুকুৰাই দিছিল। ৰবেনদাই দুৱাৰ খুলি দিয়া নাছিল। দুৱাৰ খুলি মই নিজেই দিছিলো। তাৰ পিচত দুয়োজনে ৰবেনদাক হত্যা কৰাৰ কাৰণে চেষ্টা চলাইছিল। কিন্তু ৰবেনদা যে বীৰ মই কালি ৰাতিহে প্ৰমাণ পালো। ৰবেনদাই বহাৰ পৰা উঠি দুয়োজনকেই চকিয়াই কোঠাৰ পৰা বাহিৰ কৰি দিছিল। মই দুৱাৰত খিলি দিছিলো। তাৰ পিচত দুয়োজনে ইটো সিটো কথা পাতি থাকোতে আমাক টোপনিয়ে আমনি কৰিছিল। ৰবেনদা শুই পৰাৰ পিচত মই গৈ মোৰ কোঠাত শুই আছিলো গৈ।

— বুইছা মাজনী এতিয়া আৰু মোৰ বুজিবৰ বাকী নাই। তই তোৰ পৈতৃক সম্পত্তি হৰিমনক নিদিবি। তই সেই ৰবেনক দিবি। কাৰণ, তোৰ যদি আপোন আছে এই পৃথিৱীত ৰবেনহে। তাকে কৈ অজনাই সুধিলে, মাজনী, ৰবেনক চাহ জলপান দিলিনে ?

— একাপ চাহ দিছো মাত্ৰ মা।

— বাৰু এতিয়া তই যা গৈ। ৰবেনৰ সৈতে কথা পাত গৈ। মই জলপান তৈয়াৰ কৰো। মাকৰ কথা শুনি মৰমী পাকঘৰৰ পৰা পুনৰ ৰবেনৰ কাষলৈ আগ বাঢ়িল। তাই কোঠাত সোমাই তেতিয়াও দেখিছিল ৰবেনক পঢ়ি থকা।

— তেনে কাম কৰিব নালাগে মৰমী। কথাতেই কয় নহয় মৰমী ! দৌৰাৰ যিমান ভাগৰ খেদাৰো সিমান ভাগৰ। উকীল আৰু মহুৰীৰ পকেট গৰম কৰিব নালাগে। তোমাৰ জীৱনটো উকীলে কৰিলে কিটো। নিজেই ভাবি চোৱা চোন। হয়তো তুমি এতিয়া এঘাৰ হাজাৰ টকা পাইছা। কিন্তু মৰমী, টকাই মানুহক মাত নিদিয়ে। মাত দিয়ে মানুহে। মায়ে তোমাক দুয়োজনৰ ওপৰত কেচ দিয়াৰ বিষয়ে কৈছিল নেকি ? এনেতে মাক অজনাই জলপান দি গৈছিল। ৰবেনে অতি তৃপ্তিৰে খাইছিল। ৰবেনে সুধিলে, মৰমী তুমি সেই বিষয়ে মাক সুধিছিলা নেকি ? আকৌ সগৰ্ব্বে আগ বাঢ়িছিলে। মই মাক একো সোধা নাছিলো।

— বাৰু এতিয়া আইন কথালৈ আহো। অ' এবাৰ কথা কওঁ শুনা। দাৰ্শনিক 'চিচিৰো' আৰু 'চিনাকা'ই কৈছিল— 'All men are free by nature.'

আমি জন্ম পোৱাৰ দিনাই স্বাধীন হৈ জন্ম পাও। তাৰ পিচতহে ৰজাৰ শাসন মানিব লগা হয়। গতিকে মানুহে মানুহৰ পিচ নোলোৱাই ভাল। এতিয়া তুমি কোৱা তোমাৰ মনৰ কথা। তোমাৰ বৈবাহিক জীৱনৰ বিচ্ছেদ ঘটাৰ কাহিনীটো।
— সেইবোৰ বহুত পুৰণি হৈ গৈছে ৰবেনদা। গতিকে সেই এৰি অহা অতীতবোৰ ৰোমন্থন মোৰ মতে নকৰাই ভাল হব। এতিয়া মোৰ সংস্থানৰ কাৰণে কিবা এটা চিন্তা কৰক। আকৌ মই এনেকৈ কিমানদিন থাকিম?
— কিন্তু বিবাহিত পুৰুষ আৰু নাৰীবোৰ বোলে জীৱন যুদ্ধত ব্যৰ্থ। সেয়েহে 'উইলদি' ( Wilde ) কৈছিল— "Men marry because they are tired, women because they are carious, both are disappointed" তোমাৰ মতামত কি এই বিষয়ে মৰমী?
— কিন্তু ৰবেনদা আপুনি এধাৰ কথা নিশ্চয় জানে। কাৰণ Everything in the world has a bright side. যদি মা-দেউতাসকলে ঘৰ-সংসাৰ নাপাতিলেহেতেন আপোনাৰ আৰু মোৰ জন্ম জানো হ'ল হেতেন? তাকে কৈ মৰমী অলপ গহীন হৈছিল।

ৰবেনে অকলেই মনে মনে ইটো সিটো কথা ভাবি গৈছিল। প্ৰথমে সি ভাবিলে, সি যদি মৰমীৰ প্ৰেমত নপৰিলে হেতেন আৰু মৰমীয়ে যদি তাৰ প্ৰেম-প্ৰীতি ভালপোৱা আৰু আদৰক নেওচি অন্য পথ নললে হেতেন সি কিজানি জীৱনত ঘটি যোৱাবোৰ তুলাৰ পাতত প্ৰকাশ কৰিব নোৱাৰিলে হেতেন। পুংখানুপুংখ হিচাবে সি জীৱনটোক বিশ্লেষণ কৰিব নোৱাৰিলে হেতেন। সি হয়তো ইমান আশাশুধীয়া শ্ৰম কৰিব নোৱাৰিলে হেতেন। প্ৰেম আৰু দয়াৰ দ্বাৰাইহে স্বৰ্গ, মৰ্ত আৰু পাতাল জীয়াই আছে। প্ৰতিদিনে পৃথিৱীত সুন্দৰৰ সৃষ্টি হৈছে। কবিতা, গল্প, উপন্যাস, নাটকৰ সৃষ্টি হৈছে। মানুহ দেখাত ধুনীয়া হলেই নহয়। মন ধুনীয়া হলেহে মানুহ বুলি দাবী কৰিব পাৰে। মানুহ এক হব পাৰে কিন্তু হৃদয়বোৰ এক নহয়। এই পৃথিৱীৰ বহুত মানুহে নেজানে সত্য প্ৰেমৰ গোপন কাহিনীবোৰ। নেজানে গোপন গধূলিবোৰ। মৰমীও নেজানে। মিছা আৰু প্ৰলোভনেৰে মানুহে সদায় চলিব নোৱাৰে। খেলাৰ পুতলা বিজনে কৰিব খোজে সি এদিন নিজেই খেলাৰ পুতলা হয়। নিজেই যাদুকৰৰ যাদুত সাপ নচাৰ দৰে পুৰুষ নাইবা তিৰোতাই নাচি থাকে। মৰমী

এতিয়া নাচি আছে । মৰমী এদিন সেনং গণত ভৰ্ত্তি হৈছিল । ৰবেনে মৰমীৰ উপকাৰ কৰিব নোৱাৰিবি পাৰে কিন্তু সি তাইৰ অপকাৰ কৰা নাই । আকাশে পৃথিৱীক চিয়াৰি দি ভাল পোৱাৰ কাৰণে আজি পৃথিৱীখনি চিৰ সেউজীয়া— পৃথিৱীৰ বুকুলৈ ঋতু আহে আৰু ঋতু গুচি যায় ।

কেইবছৰমান আগৰ কথা । মৰমীয়ে হয়তো তীৰ্থ ভ্ৰমণ কৰিব গৈছিল । কিন্তু তীৰ্থ ভ্ৰমণ কৰি মৰমী অন্তৰ শুদ্ধ কৰিব পাৰিছিল নে ? মৰমী আপোন পৰ চিনিব পৰা হৈছিল নে ? আজি কালি শুনিয়ে থকা হৈছে তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈ মটৰ দুৰ্ঘটনাত বহুতে প্ৰাণ হেৰুওৱা । ভগৱান দেখোন আত্মাই আত্মাই বিদ্যমান । কিন্তু মানুহে ভুল কৰে কিয় ? এনেবোৰ কথা ভাবি থাকোতেই সি পুনৰ সম্বিৎ ঘুৰাই পাইছিল ।

সময় তেতিয়া দিনৰ সাত মান বাজিছিল । ৰবেনে পুনৰ মৰমীক কলে, মৰমী ! তোমাক মই যিমান ভাল পাইছিলো তুমি মোক সিমান অৱহেলা কৰিছিলা । এতিয়া কোনে যাব আগে আৰু কোনে যাব পিচে । কিন্তু আমাৰ এই প্ৰেম কাহিনী যুগমীয়া কৰি কোনে ৰাখিব ? মহাত্মা গান্ধীয়ে কৈছিল,— "Work without faith and prayer are like an artificial flower that has no fragrance." কামত যাৰ বিশ্বাস নাই আৰু ভগৱানত যাৰ বিশ্বাস নাই তেনে মানুহে জানো কিবা কাম কৰিব পাৰে ? কিন্তু মৰমী তোমাৰ আৰু মোৰ সমাধিস্থলত কোনে স্তম্ভ তৈয়াৰ কৰিব ? নকৰে । তুমি মই চাহজাহান আৰু মমতাজ নহয় । ৰজাও নহয় । কিন্তু এই বিশ্বত কেৱল থাটি খোৱা মানুহখিনিহে জীয়াই থাকিব । কথাৰ মানুহে চলা মানুহবোৰ শুকাই মৰিব ।

— ৰবেনদা আপুনি মোক অমৰ কৰি ৰাখিব খুজিছে কিয় ? আপুনি মোৰ পৰা জানো কিবা আজিলৈ পাইছে ? কিচ্চো পাব । মইতো একো দিয়া নাই ।

— পাইছো বা পোৱা নাই । সেইবোৰ মোৰ কথা মৰমী । আৰু তুমি কোৱাচোন মোৰ চিঠিবোৰৰ তুমি ইচ্ছা কৰিয়ে উত্তৰ দিয়া নাছিলা । নহয় জানো ?

মৰমী একো কোৱা নাছিল । তাই মনতেই ভাবি চৈছিল, [illegible]

আছে কোনো নাৰীয়ে চাগে পোৱা নাই। তাই ৰবেনৰ পৰা প্ৰেমৰ পূজা পাই আছে। কিন্তু তাইক কোনে ভুল পথেদি চালিত কৰিছিল? তাইৰ মাক-দেউতাক নে ককায়েক হৰিমনে? নহয় এতিয়া তাই দেখি নকবে। তাই আজি কৰি অহা দোষবোৰৰ কাৰণে ৰবেনৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজিব। তাই আজিয়েই ৰবেনৰ সৈতে গুৱাহাটীৰ ঘৰলৈ যাব। তেনেবোৰ কথা ভাবি ভাবি মৰমীয়ে কলে, ৰবেনদা এতিয়া কওক আপুনি মোক গুৱাহাটীৰ ঘৰৰ এটা কোঠা ভাৰা দিবনে নাই। মই আৰু এনেকৈ এই পুৰণি ঘৰখনত থাকিব নোৱাৰো। মই এতিয়াই মাক কৈ আহিম। আজি আপুনি মোক ইয়াত এৰি থৈ যাব নোৱাৰিব।

ৰবেন সচকিত হৈ উঠিল, আৰু মৰমীৰ মুখলৈ চাই কলে, মৰমী বিশ্ববিখ্যাত সাহিত্যিক টলষ্টইয়ে কৈছিল, — "Where there is a love there is a God" য'তে প্ৰেম ত'তেই ভগৱান। আৰু মনত ৰাখিবা মৰমী তোমাক ভালপোৱা জনক এই জনমতেই প্ৰতিদান দিব লাগিব। কিন্তু মৰমী এই ৰবেন কুৰি শতিকাৰ কিছুমান ডেকা-লাভকৰ দৰে প্ৰেমত নাইবা যৌন কামনাত অন্ধ নহয়। মানুহক ভাল পাবলৈ শিকিব লাগিলে জীৱনভৰি সাধনা কৰিব লাগিব। তুমিটো জানাই জয়দেৱৰ "গীত গোবিন্দ" লিখি লিখি শেষৰ ফাঁকি লিখিব নোৱাৰি যৌণীয়েকক কৈ নদীলৈ গা ধুব গৈছিল। আৰু সেই স্বয়ং ভগৱান শ্ৰীকৃষ্ণই নিজে আহি সেই গীত গোবিন্দৰ শেষৰ ফাঁকি লিখি গৈছিল। এতিয়া মই যদি আগে যাওঁ তুমি মোৰ বাকীখিনি কাম শেষ কৰিব লাগিব। কাৰণ ভগৱানে কেতিয়াবা ভক্তৰ ওচৰত সেও মানে। মই ভগৱান নহয়। মইও জয়দেৱ নহয় মৰমী। কিন্তু কি কৰিবা মই তোমাৰ সংস্কাৰৰ কাৰণে একো কৰিব পৰা নাই। আধৰুৱা নোৱাৰিম। অ' এফাঁকি কবিতা শুনা—

অন্তৰৰ পূজা কৰিব ধৰা
নৰ-নাৰীৰ মন কামনাৰে ভৰা,
প্ৰেমেৰে গঢ়া মাতৃধনিত উঠি
যোগাই দিয়া প্ৰেমৰ নিজৰা।

কেতিয়া তোমাৰ চাকি হ'ব আছিল। [illegible] [illegible] [illegible] [illegible] [illegible]। [illegible] [illegible] [illegible]। [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

কথা নাছিল । সি কেৱল ভাবিছিল এইটো যে, কেনেকৈ সি তাৰ আৰু মৰমীৰ প্ৰেম অমৰ কৰি ৰাখিব ? সি এতিয়া মৰমীৰ পৰা একো নিবিচাৰে । সি কেৱল মৰমী থোজা মতে যদি কিবা এটা গুৱাহাটীত থকাৰ সংস্থান কৰি দিব পাৰে তেতিয়া তাৰ এইবাৰৰ অভিযান কৃতকাৰ্য্য বুলি নিজেই কব পাৰিব । মানুহে কয় জুইৰ কাষত ঘিউ থাকিলে বোলে গলি যায় । পোহৰৰ কাষত জুপা থাকিলে বোলে জুপাই জুইত জাপ দিয়ে । কিন্তু ৰবেনক মৰমী জুই কুৰাই পুৰিব পৰা নাই । সি এষাৰ কথা জানে যে, কেৱল চৰিত্ৰবান পুৰুষ আৰু নাৰী সকলেহে বোলে সময় বালিত খোজ থৈ যাব পাৰে ; মাটিৰ মানুহক ক্ষমা গুণ শিকাব পাৰে । মানুহক জীৱন গঢ়াৰ পথ দেখুৱাই দিব পাৰে ।

সময় যিমানেই আগবাঢ়িছিল ৰবেন চিন্তিত হৈপৰিছিল । সি পুনৰ কোঠাটোৰ দুৱাৰ খিৰিকীবোৰ খুলি দিছিল । খিৰিকীৰে সি পুনৰ বহল আকাশখনি চাইছিল । কিছু সময়ৰ কাৰণে সি প্ৰকৃতিৰ হৈ মনতেই ভাবি গৈছিল, মাটিৰ মানুহৰ মনবোৰ কেতিয়া সেই সুবিশাল আকাশ আৰু সাগৰৰ দৰে গভীৰ হব ? মানুহৰ সমাজৰ পৰা কেতিয়া ব্যথা, বিৰহ আৰু নোপোৱাৰ বেদনা লোপ পাব ? সমাজৰ বৈষম্য আঁতৰি যাব ? মানুহে মানুহক মানুহ জ্ঞান কৰিব ? অতৰ্কিতে ৰবেনে কলে মৰমীক সৌ আৰ্চিখন দেখিছা নহয় আহা দুয়ো আমি মুখপদ্ম চাই লও । দুয়ো গৈ আৰ্চিৰ সমুখত থিয় হৈ এজনে আন জনক চাইছিল । দুয়োৰে মাত বোল নাছিল । দুয়োজনৰ কিমান বয়স হৈছিল দুয়োজনে জানিছিল । তাৰ পিচত আকৌ দুয়োজনে আহি নিজৰ নিজৰ চকীত বহিছিল । এজনে আনজনক দুচকুত চকু থৈ মনৰ মৰম যাচিছিল ।

— মৰমীয়ে সুধিলে ৰবেনক, ৰবেনদা ! আপুনি কওকচোন কবিতা বোৰ কেনেকৈ লিখে ? মই দেখোন লিখিব নোৱাৰো ।

— হাঁহি এটা মাৰি ৰবেনে কলে, মৰমী নাৰীয়ে বোলে পুৰুষতকৈ বেছি ভালকৈ লিখিব পাৰে । সেইটো সঁচানে ?

— নিশ্চয় সঁচা ৰবেনদা । কিন্তু পুৰুষসকলে নাৰীৰ জীৱনৰ [illegible]

[illegible]

image of his thoughts" বাক এতিয়া আৰু তোমাক কিছু কথা কম। তথাপি এতিয়া তুমি শুনি যাবা দেই,— বুইছা মৰমী এতিয়া আৰু মোক তোমাৰ দেহৰ পৰশন নালাগে। লাগে মাথোন তোমাৰ পবিত্ৰ ভালপোৱা। জীয়া জীৱনৰ সঁচা ভাল পোৱা। তুমি সুধিছিলা কবিতা গল্প লিখো কেনেকৈ ?

প্ৰথমে কও শুনা। মৰমী! মই কিন্তু ইংৰাজী ভাষাত এম-এ পাছ কৰা নাই। অসমৰ এজন বিখ্যাত লিখকে কৈছিল যে, ইংৰাজীত যিসকলে এম-এ পাছ কৰা নাই তেওঁলোকে সাহিত্য সেৱা বা ভাষা জননীৰ সেৱা নকৰাই ভাল। কিন্তু মৰমী! কথাত কথা ওলাল, কবি গণেশ গগৈ, ৰঘুনাথ চৌধাৰী আৰু অম্বিকাগিৰী কোন কালত ইংৰাজীত এম-এ পাছ কৰিছিল ? আজিও গগৈ দেৱৰ পাপৰি আৰু স্বপ্নভঙ্গ অসমৰ হেজাৰ বিজাৰ ডেকা-গাভৰুৱে পঢ়ে। কিয় ? তাৰ অন্তৰালত কিন্তু বহুত কথা নিহিত হৈ আছে। আজি কালি আমি দেখিছো শিক্ষক আৰু অধ্যাপকসকলেই ভাষাজননীৰ সেৱা কৰিব পাৰে ৷ বাকীবোৰে নোৱাৰে। নহয়নে মৰমী ? সাহিত্য সভা চাবলৈ গলেই দেখা পাবা হেজাৰ বিজাৰ পটন্তৰ।

— সেইবোৰ মানুহৰ মন্তব্যলৈ কাণ নিদিব। নিজৰ কাম নিজে কৰি যাওক। লগতে আপুনি শেষ সিদ্ধান্তত উপনীত হওক। তাকে কৈ মৰমী নীৰৱ হৈছিল।

ৰবেনে ইফাল সিফাল কৰিছিল। হয়তো সি ভাবিছিল যে মৰমী নিশ্চয় নিজৰ কথা পাহৰি গৈছে। কিন্তু মৰমীৰ কথাত প্ৰকাশ যে, সি আজি কিবা এটা ভূমিকা লবই লাগিব। তথাপি ৰবেনে অতি নম্ৰভাৱে কলে, মৰমী তুমি এতিয়া মোৰ সৈতে গলে প্ৰাসঙ্গিক হব নে অপ্ৰাসঙ্গিক হব ? অৱশ্যে তুমি আজিৰেই মোৰ সৈতে যোৱাত একো আপত্তি নাইতো ? তুমি কিন্তু মাৰেৰাৰ পৰা অনুমতি লবই লাগিব। জানাই নহয় মা-দেউতাৰ আশীৰ্বাদ কামত আছে।

— জানে ৰবেনদা এতিয়া আৰু মোৰ তেনে অনুমতিৰ প্ৰয়োজন [illegible] অনুভৱ কৰা নাই। মই এতিয়া আৰু সেই যৌৱন কালৰ মৰমী হৈ থকা নাই। মোৰ [illegible] হৈছে আৰু লগতে বুজিও [illegible] এই সমাজত পুৰুষ [illegible] [illegible] [illegible] [illegible] [illegible]। [illegible]
[illegible]

মোৰ পিচ লাগিছিল সেই ৰামো আৰু যতীনে। মোৰ বহুজনে অপপ্ৰচাৰ কৰিছিল। মই কিন্তু আপোনাক স্মৰণ কৰিলেই সকলো পাহৰি গৈছিলো। এতিয়া আৰু কথা কৈ নাথাকো। বেলিও হৈ আহিছে। আপুনি ভাত খাই যাব দিয়ক।

— তেনে কথা নকবা মৰমী। মই ইয়াৰ পৰা গৈ গাওঁত মা-দেউতাক সেৱা জনাই আজিয়েই গুৱাহাটীলৈ যাম। তাৰ পিচত ছিলঙলৈ।

— মই যে গুৱাহাটীত আপোনাৰ ঘৰত থাকি কিবা এটা শিকো বুলি ভাবিছিলো সেইটো হবনে নাই? যদি ৰবেনদা মোক মোৰ বুলি ভাবে দেৰি আৰু নকৰিব। এতিয়াই লৈ ব'লক। জানেই নহয় সেই দুষ্ট দুজনে বা আকৌ ক'ত জোপ লৈ আছে। মাক সেৱা জনাই মই এতিয়াই আপোনাৰ সৈতে মটৰ ষ্টেণ্ডলৈ খোজ লম। আপুনি কলেই হব।

বহু সময় ৰবেনে ওপৰলৈ চাই আছিল। লগতে সি মন দাপোণত ভাবিছিল অতীতত ঘটি যোৱা ঘটনা প্ৰবাহ। মৰমী এতিয়া ইমান সহজ হ'ল কিয়? এতিয়া মৰমী ৰবেনৰ আশ্ৰয় বিচাৰে কিয়? মৰমী তাক ছলনা কৰা নাইতো? পুনৰ ৰবেনে চিন্তা কৰি শেষ সিদ্ধান্তত উপনীত হৈছিল। সি তাৰ কোটৰ পকেটৰ পৰা মৰমীৰ এখনি ফটো আৰু চাবিকোছা উলিয়াই মৰমীৰ হাতত দিছিল। চাবিকোছা আৰু ফটোখনি লৈ মৰমী কেৱল ৰবেনৰ ফালে সতৃষ্ণ নয়ন মেলি চাই আছিল। তাই একো কথা কব পৰা নাছিল। তাইৰ চকুযুৰি চলচলীয়া হৈ উঠিছিল। ইতিমধ্যে ৰবেনে বহাৰ পৰা উঠিছিল। আৰু কৈছিল মৰমীক, মৰমী! তুমি মোৰ গুৱাহাটীৰ ঘৰত থাকি এবছৰ কাল যিটো কাম শিকিম বুলি ভাবিছা সেইটো যদি তুমি শিকি নিজৰ ভৰিৰ ওপৰত খোজ দি মানুহ হব পাৰা মই তাতেই নথৈ আনন্দ পাম। লগতে এইখিনিও কও যে, তুমি মোক ঘৰৰ ভাৰা দিব নালাগে। সেই কথা শুনি মৰমী পুনৰ ফেকুৰি উঠিছিল। আৰু অতি নম্ৰ ভাবে ৰবেনক কৈছিল,— ৰবেনদা আপুনি মোক ক্ষমা কৰিবনে? আপোনাৰ অন্তৰত দুখ দিয়া কাৰণে। কথাবোৰ কৈ কৈ মৰমী লাজ আৰু অপমানত চকুহালি মুদি দিছিল। তেনে সময়তেই মৰমীৰ মাক অঞ্জনা আহি উপস্থিত হৈছিল। ৰবেনে মৰমীৰ মাকক সেৱা জনাই বেগটো হাতত লৈ খোজ লব খুজিছিল। মৰমীয়ে কলে, বলক ৰবেন দা! মই আপোনাক বাছত তুলি দি আহোগৈ। দুয়ো আগ বাঢ়িছিল। মৰমীৰ মাক অঞ্জনাই দুয়োজনকেই নেদেখা হোৱা পৰ্যন্ত চাই আছিল।

# ব্যৰ্থতাৰ প্ৰহেলিকা

এদিন জীয়া যৌৱনতেই মৰম-চেনেহ প্ৰেম-প্ৰীতি আৰু ভালপোৱাৰ পৰা বঞ্চিত আৰু ব্যৰ্থ হোৱা প্ৰেমিকজনে প্ৰেমিকাক ইটো-সিটো কথা সুধি আছিল। দুয়োজনে ইটো-সিটো কথা পাতিছিল। কথা পাতি পাতি প্ৰেমিকে প্ৰেমিকাক সুধিলে, হেৰা প্ৰেমদা, তুমি মোক আজি এষাৰ মই নজনা কথা কব লাগিবদেই।
— প্ৰেমদাই আচৰিত হৈ কলে,— আপুনি নজনা কথা ৰমেনদা মই আকৌ কেনেকৈ কম?
— মোৰ বিশ্বাস তুমি নিশ্চয় কব পাৰিবা।

প্ৰেমদাই সেই কথা শুনি কেৱল ৰমেনৰ মুখৰ ফালে চাই আছিল। তাই একো কথা কোৱা নাছিল।
ৰমেনে যি কথা সুধিব সেই কথাৰ আঁত বিচাৰি পাইছিল যদিও সি সেই কথাৰ আঁত খোলা ভাবে প্ৰেমদাক কোৱা নাছিল। বহু সময় সি নীৰৱেই চিন্তা কৰি থাকি প্ৰেমদাক সুধিলে.— প্ৰেমদা, বৈবাহিক জীৱনত কেনেকৈ বিচ্ছেদ ঘটে? সকলো মানুহে জানে যে পৃথিৱীত জন্ম পালেই কম হলেও সমাজত যিবোৰ নিয়ম নীতি চলি আছে সেইবোৰ যুগৰ পিচত যুগ চলি থাকিব। জন্ম, মৃত্যু আৰু বিবাহ মানুহৰ পৃথিৱীত সদায় থাকিব। ডেকা আৰু গাভৰুৱে যৌৱনত ভৰি দিয়াৰ লগে লগেই মানুহ হৈ নিজকে গঢ়ি তোলাৰ কাৰণে প্ৰতিজন ব্যস্ত হব। তাতে আকৌ কিছুমানৰ জীৱনৰ লক্ষ্যৰ ব্যতিক্ৰম হয়। সমাজৰ সাল-সলনি ঘটে। কিয়? তাৰ বাবে দোষী কোন প্ৰেমদা? মই মানুহৰ সমাজত দেখিছো জীয়া যৌৱনৰ প্ৰতিশ্ৰুতি বহুত ডেকা আৰু গাভৰুৱে সমাজৰ ভয়ত পাহৰি গৈ অন্য পথ লব লগা হয়। কিয়? প্ৰেমিকাই প্ৰেমিকক প্ৰাপ্যৰ পৰা বঞ্চিত কৰে কিয়? কেনেকৈ প্ৰেমিকাই সহজ সৰল প্ৰেমিকজনক মিছা প্ৰলোভন আৰু ছলনাৰে বলিয়া কৰে? কিয়? আপোনজনক পাহৰি অজানাৰ সৈতে বিয়াত সন্মত দিয়ে কিয়? সেই নজনা আৰু

অলিখিত ইতিহাসৰ বিষয়ে তুমি কিবা জনানেকি ? তোমাৰ কিবা সেই বিষয়ে অভিজ্ঞতা আছে নেকি ? কোনো বিবাহিত নাৰীয়ে বিবাহিত স্বামীৰ মৰম প্ৰীতি আৰু চেনেহৰ পৰা বঞ্চিত হোৱাৰ প্ৰয়াস কৰেনেকি ?

প্ৰেমদাই তেতিয়া দীঘল দি এখনি আৰামী চকীত বহি আছিল। তাই ৰমেনৰ কথাৰ উত্তৰ দিয়াৰ আগতেই নিজৰ জীৱনত ঘটি যোৱা ঘটনাটোৰ কথা ভাবি গৈছিল। হয়তো তাই নিজেও যৌৱনত মন প্ৰাণ আৰু হিয়া দি ভালপোৱা ৰমেনক তাইৰ প্ৰেমৰ পৰা এদিন বঞ্চিত কৰিছিল। তাই ৰমেনক বহুত অন্তৰত আঘাত দিছিল। সেই কাৰণে হয়তো তাইৰ বৈবাহিক জীৱনত বিচ্ছেদ ঘটিছিল। কিন্তু তাই সেই ভিতৰুৱা ৰহস্যটো ৰমেনৰ আগত কোনো দিনেই পুঙ্খানুপুঙ্খ হিচাবে প্ৰকাশ কৰা নাছিল। মাথোন তাই এদিনৰ প্ৰসঙ্গত কৈছিল,- জানে ৰমেনদা। মোক যিজন পুৰুষৰ সৈতে মা-দেউতাই বিয়া দিছিল সেইজন পুৰুষৰ ৰেখাৰ সৈতে লেটিপেটি আছিল। ৰেখা মানে মোৰ স্বামীৰ নৱযৌৱনীৰ সৈতে যিজনী নাৰীৰ পিৰীতিৰকজন আছিল এখন সত্ৰৰ গোসাঁই ধৰুৱা পুত্ৰী। যিজনী নাৰীৰ লগ-ছোৱালী বিলাক হয়তো এতিয়া একোজন ডাক্তৰ, অধ্যাপক আৰু কিবাকিবা। কিন্তু মই মোৰ বিবাহিত স্বামীৰ ঘৰত প্ৰৱেশ কৰিয়েই সেই ভিতৰুৱা দিন লগা প্ৰেম কাহিনীটো জানিব পাৰি এদিন আকৌ পুৰণি ঘৰ খনলৈ ঘূৰি আহিছিলো বহুত বেদনা বুকুত বান্ধি।

প্ৰেমদাই অন্তৰত গোপন কৰি ৰখা কথাবোৰ সম্পূৰ্ণ ভাৱে প্ৰকাশ নকৰিলেও আংশিক হিচাবে ৰমেনৰ আগত এদিন কৈছিল। জানে ৰমেনদা মোৰ মতে যৌৱনত হিয়া দি ভাল পোৱা প্ৰেমিক নাইবা প্ৰেমিকাই সমাজৰ ভয়ত হয়তো অজ্ঞানাৰ সৈতে বিয়া পাতিব পাৰে। কিন্তু মোৰ বোধেৰে তেনে ধৰণৰ জীৱনে আপোনজনক ফাঁকি দি সুখৰ সংসাৰ গঢ়ি তুলিব নোৱাৰে। তেনে ধৰণৰ ইতিহাস আৰু তেনে প্ৰকৃতিৰ নাৰী আৰু পুৰুষ আমাৰ সমাজত বহুত আছে। এষাৰ কথা চিৰ সত্য যে, মিছা প্ৰলোভন আৰু ফাঁকিৰ মাজত থাকি কোনো গাভৰু নাইবা ডেকাই এজনে আনজনক ভাল পাবলৈ শিকিব পাৰেনে ?

মই আজিও মানুহৰ সমাজত দেখিছো যে, এনে পুৰুষ আৰু

এদল নাৰীয়ে ডেকা-গাভৰুৰ প্ৰেমৰ কাহিনী শুনিলে নাক কোঁচাই দিয়া। লগতে সেইবোৰ মানুহে থু-থুৱাই দিয়া। ডেকা-গাভৰুৰ মাজত প্ৰেমৰ চিঠিৰ আদান প্ৰদান চলিলে নানাজনে নানা ভাবে ইটো-সিটো লৈ সমালোচনা কৰা। আনকি সেই চিঠি আদান প্ৰদানৰ সূত্ৰটোক লৈ মাৰপিট্ চলোৱা। লগতে সময়ত দুয়ো পক্ষৰ মানুহেই মাৰ-পিট্ কৰি হস্পিটালত থকা। কাছাৰিত কেচ দিয়া। কিন্তু মই আচৰিত হৈছো যে, সেই পুৰুষ আৰু তিৰোতাসকলে যৌৱনত কাৰ সৈতে কেনেকৈ ক'ত অবৈধ প্ৰেম কৰি অবৈধ সন্তানৰ জন্ম দিছিল সেই কথা পাহৰি গৈ বিয়াৰ পিচতেই প্ৰতিজনে এজোজন সমাজ সংস্কাৰক বুলি থিয় দিয়ে। কিন্তু ৰমেনদা; এষাৰ কথা চিৰসত্য যে ভালপোৱাৰ ভাও জুৰি যি গাভৰুৱে নাইবা যি ডেকাই আপোনজনক প্ৰেমৰ পৰা বঞ্চিত কৰে তেনে জীৱনেই অকলসৰে গোটেই জীৱন কটাব লগা হয়। তাৰ প্ৰত্যক্ষ প্ৰমাণ মই নিজেও এজনী। তাকে কৈ প্ৰেমদাই কেৱল ৰমেনৰ মুখলৈ সতৃষ্ণ নয়ন মেলি চাই আছিল। তাইৰ চকু হালি চলচলীয়া হৈ উঠিছিল।

হাঁহি এটা মাৰি ৰমেনে কলে, বুইছা প্ৰেমদা! গাভৰু আৰু নাৰীসকলৰ কাৰণে সেইটো এটা সহজ কাম; অৱশ্যে ডেকা আৰু পুৰুষসকলৰ কাৰণেও সহজ কাম। কাৰণ মই জনাৰ ভিতৰত কোনো গাভৰুৱে এক ঘেঁহীয়া যৌন সম্বন্ধ গঢ়ি নুঠা পৰ্য্যন্ত সেই গাভৰু নাইবা নাৰীয়ে ডেকা নাইবা পুৰুষক অতি কম সময়ৰ ভিতৰতেই পাহৰি থাকিব পাৰে। লগতে এইখিনিও কও যে, কোনো গাভৰুৱে যৌন সম্বন্ধৰ মাজত নোসোমোৱাকৈ প্ৰকৃত ভালপোৱা উপলব্ধি কৰিব নোৱাৰে। অৱশ্যে প্ৰেমদা এষাৰ কথা চিৰ সত্য আৰু চিৰ শাশ্বত যে, চিৰকালেই এই পৃথিৱীত বাস কৰা মানুহৰ সমাজত প্ৰেমৰেই জয়। প্ৰেমে বাধা নেমানে যেনেকৈ নদীয়ে। প্ৰেমৰ পৰাজয় নাই। পৰাজয় আছে জীৱনৰ। যুদ্ধ লাগে আৰু যুদ্ধ থামে। শক্তিশালী দলটোৱে জয়ী হয়। দুৰ্ব্বল দলটো পৰাজয় হয়। কিন্তু সেই যুদ্ধ খনত যিবোৰ জোৱানে মৃত্যুবৰণ কৰে স্বদেশ ৰক্ষাৰ হকে সেই জোৱান বোৰক যুগমীয়াকৈ ৰখাৰ কাৰণে কোনো দেশতেই আজিলৈ চেষ্টা চলোৱা নাই। স্মৃতি স্তম্ভ বন্ধা নাই।

মানুহ জন্মে আৰু মৰে। কিন্তু জন্ম আৰু মৃত্যুৰ মাজত যিখনি নেদেখা দেৱাল আছে সেই দেৱালখনি ধ্বংস কৰাৰ কাৰণে

চেষ্টা চলালেও মানৱ জাতি চিৰকালেই মৃত্যুৰ মুখত পৰাজয় । মৃত্যুক কেৱল জয় কৰি গৈছে প্ৰেমদা, মহামানৱ সকলেহে । এই পৃথিৱীত মানুহে নিঃস্বাৰ্থ ভালপোৱা শিকাটো ইমান সহজ কাম নহয় । সেয়েহে এজন বিশ্ববিখ্যাত দাৰ্শনিকে কৈছিল— যৌৱনত গাভৰুৰ ৰূপ দেখি প্ৰেমত পৰি সেই প্ৰেমৰ পৰা বঞ্চিত হোৱা জনেহে কৰিব পাৰে সৃষ্টি নতুনৰ । সৃষ্টি কৰিব পাৰে হেজাৰ কবিতা, গল্প, উপন্যাস আৰু নাটকৰ । প্ৰেমিকাই সেই ডেকাজনক প্ৰেমৰ পৰা বঞ্চিত কৰি হয়তো খন্তেকৰ কাৰণে হাঁহিব পাৰে কিন্তু মানুহৰ সমাজত বহুত পইন্তৰ আছে প্ৰেমিকাই এদিন প্ৰেমিকৰ ওচৰত আত্ম-সমৰ্পণ কৰা । প্ৰেমিকৰ ছত্ৰছায়াৰ তলত থাকিব লোৱা ।

মানুহে ভুল কৰে । সেই ভুল মানুহে শুধৰাই লবও পাৰে । কিন্তু প্ৰেমদা, তুমি যিবোৰ ভুল কৰিছিলা সেই ভুলৰ তুমি কেতিয়া সমাধিস্থ কৰিবা ? নিঃস্বাৰ্থ ভালপোৱা সকলো প্ৰেমিক-প্ৰেমিকাই শিকিব নোৱাৰে । তুমিটো দেখিছাই— প্ৰেমত মুখ দি যৌন কামনা বাসনা চৰিতাৰ্থ কৰিলেই তাক প্ৰকৃত ভালপোৱা নবুজায় । তাতো লাগে জীৱনভৰি সাধনা । জীৱনভৰি সাধনা কৰিলেহে বোলে সেই সাধনাত সিদ্ধি হোৱা বুলি কয় । কিছুমানে কয় নহয়, বিয়াৰ পিচতেহে লোলে নাৰীয়ে পুৰুষক তিয়া উবুৰাই ভাল পাবলৈকে শিকে । আগতে শিকিব নোৱাৰে । অৱশ্যে জীয়া যৌৱনত ডেকাই গাভৰুৰ প্ৰেমত পৰা নাইবা গাভৰুৱে ডেকাৰ প্ৰেমত পৰা একো দোষণীয় কাম নহয় । দোষণীয় কাম হ'ল সেই প্ৰেমৰ পৰা বঞ্চিত হোৱাটোহে । বাগিচাত যেতিয়া ফুল ফুলি থাকে তেতিয়া ভোমোৰাই ফুল পাহক সুধি সেই ফুলৰ মধু পান নকৰে । মধুমাহি ভোমোৰা বিনাকে ফুল বোৰত পৰি মৌ পান কৰি যায় । তেতিয়াহে ফুলপাহে তৃপ্তি পায় । মানুহৰ সমাজত যিবোৰ গাভৰু ফুল আছে সেইবোৰে যদি ডেকাক সেই ফুলৰ মধু পান কৰিব নিদিয়াকৈয়ে মৰহি যায়, সেই গাভৰু ফুলৰ জীৱন অথলে যায় প্ৰেমদা । তাৰ প্ৰত্যক্ষ প্ৰমাণ মানুহৰ সমাজত হেজাৰ বিজাৰ আছে ।

আজি কালি আমাৰ সমাজত দেখিছো ; নগৰে দেখিছো গাওঁ-নগৰত বহুত গাভৰু ফুলে সময়ত বিয়া নাপাতি শেষত নিজৰ বাপতেই নিজে মৰহি যোৱা । সেইবোৰ গাভৰু ফুলৰ অন্তৰৰ দুখৰ কথা কোনে পতিয়াব প্ৰেমদা ! আজি কিন্তু তোমাক গাভৰু ফুল এপাহ

ফুলি ভোমোৰাই মধু পান নকৰা এখনি নিলিখা ইতিহাস কমদেই।

ৰমেনৰ কথা শুনি প্ৰেমদাই সচকিত হৈ উঠিছিল। আৰু হঠাতেই বৈবাহিক জীৱনলৈ তাইৰ মনত পৰিছিল। মনত পৰিছিল তাইৰ সেই এৰি অহা দুখ লগা কহিনীটো। তাই ভবাই নাছিল যে, তাইৰ দৰে জাকত জিলিকা এজনী নাৰীৰ জীৱন ইমান দুখময় হব পাৰে বুলি। কিন্তু প্ৰেমদাই সেই নিৰ্ঘাত সত্যকো ঢাকি ধৰি ৰাখিব বিচাৰিছিল। হয়তো তাই বিয়াৰ আগতে হেজাৰ স্বপ্ন দেখিছিল। সুখেৰে তাই জীৱন কটাম বুলি ভাবিছিল। কিন্তু সেইটো তাইৰ জীৱনত ঘটা নাছিল। বৰং তাইৰ সুখৰ সংসাৰত একুৰা জুইহে জ্বলিছিল। তথাপি প্ৰেমদাই ৰমেনক পুনৰ সুধিলে, ৰমেনদা আপুনি কৈছে ছলনা কৰাৰ কথা। কিন্তু সকলো নাৰীয়ে ছলনা কৰাত পাৰ্গত নে ?

ৰমেনৰ মতে প্ৰতিজনী নাৰী বিপদত পৰিলে উপস্থিত বুদ্ধিৰ দ্বাৰাই বিৰাট জটিল সমস্যাত পৰিলেও সাৰি যায়। লগতে সহজ সৰল তিৰোতা সকলেও উমিলি দি সেই ব্যূহ অতিক্ৰমি যোৱা ঘটনা বহুত আছে। তাৰ পিছত গিৰিয়েক সকলক দেখুৱায় যে, তেওঁলোক প্ৰকৃত সতী নাৰী। ৰমেনৰ কথাবোৰক প্ৰেমদাই বিশ্বাস নকৰা যেন লাগিল। তাৰ পিচত প্ৰেমদাই কলে জানে ৰমেন দা ; মোৰ মতে বিপদৰ সমুখীন নোহোৱাকৈ সেই বিপদৰ পৰা মুক্ত হোৱাৰ কথা নাভাবে। অৱশ্যে তেনে অৱস্থাত পৰিলে পুৰুষতকৈ নাৰীয়ে সোনকালে ধৈৰ্য্য হেৰুৱাব পাৰে। তুমিটো জানাই, পুৰুষ ভোমোৰা জাতি। ভোমোৰাই যিদৰে এপাহ ফুলৰ মধু পান কৰি আন এপাহত গৈ পৰে ঠিক সেইদৰে পুৰুষ সকলেও এজনী গাভৰু ফুলৰ মধু পান কৰি আন এজনীৰ ৰূপ সৌন্দৰ্য্য উপভোগ কৰাৰ কাৰণে আগবাঢ়ে। গাভৰু আৰু নাৰীক দূৰৰ পৰা চাই যিমান ভাল লাগে কাষৰৰ পৰা চাই সিমান সৌন্দৰ্য্য উপভোগ কৰিব নোৱাৰি। প্ৰেমদা ! তোমাক মই একসময়ত নিচেই কাষৰত পাম বুলি ভাবিছিলো কিন্তু সেইটো হৈ উঠা নাই আৰু নুঠিব। তোমাৰ সৈতে আজি বহুত কথা পাতিলো। আজি বেচ ভালেই লাগিল। বাৰু এতিয়া তোমাক মই কম এসোৰ ডেকা আৰু গাভৰুৰ জীৱনত ঘটি যোৱা এটা কৰুণ কাহিনী। দুয়োজনেই যৌৱনত এজনে আনজনক হিয়া উজাৰি ভাল পাইছিল। অৱশ্যে তুমিও দেখি আছা আৰু মই নিজেও দেখি আছো বহুত

হৈনা। মন্দিৰ, মছজিদ বা গীৰ্জ্জাৰ সমুখত অথবা পুৰোহিতে মন্ত্ৰপূত কৰি হোমৰ জুইৰ আগত চন্দ্ৰ, সূৰ্য্য আৰু দেৱ-দেৱতাক সাক্ষী কৰি বাইজৰ সমুখত যিবোৰ বিয়া সম্পাদন কৰে সেই বিবাহত কেতিয়াবা পুৰুষ আৰু নাৰীৰ মাজত মতৰ অমিলতা ঘটি পুৰুষে নাৰীৰ আৰু নাৰীয়ে পুৰুষৰ সঙ্গ এৰি থাকিব লগা হয়। কিয় ? তাৰ অৰ্থ কি প্ৰেমদা ? সেই অৰ্থ ভুক্তভোগী সকলেহে বুজি পায়। এষাৰ কথা চিৰসত্য যে, যৌৱনত হিয়া উজাৰি ভালপোৱা ডেকাই হওঁক বা গাভৰুৱে হওঁক যদিহে আপোনজনক বঞ্চিত কৰি অন্য পথ লয় তেনে ধৰণৰ গাভৰু বা ডেকাৰ বিয়াৰ পিচত বিবাহিত স্ত্ৰীৰ সৈতে বা পুৰুষৰ সৈতে বিচ্ছেদ ঘটে। সুখৰ সংসাৰত জুই জ্বলে। সেই জুই কুৰাই দুয়োজনেই গোটেই জীৱন ধকা-সৰকা কৰি থাকে। অৱশ্যে এষাৰ কথা চিৰসত্য যে, মানুহে যৌৱনত ভৰি দিয়াৰ লগে লগে ভাবে মন-দাপোণত যৌৱন সত্য বুলি। কিন্তু সেই যৌৱনক সাৱটি কেইজন ডেকা নাইবা গাভৰুৱে ৰাখিব পাৰিছে ? প্ৰতিজনেই মৃত্যুৰ কথা পাহৰি যায়। এই পৃথিৱীখনক নতুন ৰূপত লয়। প্ৰতিজনে বীৰবেশ সাজি লয়। লগতে তেওঁলোকে মনতে ভাবে যে, এই পৃথিৱীখনি বিচিত্ৰময়। কিন্তু প্ৰেমদা মোৰ মতে আমাৰ জীৱনৰ নিশ্চয়তা নাই। আজি আছো কাইলৈ নাই। মানুহ হৈ জন্ম পোৱাৰ দিনৰ পৰাই দুখ-বেদনা, জ্বালা-যন্ত্ৰণাই আমাৰ পিচ লয়। আমাক খেদি ফুৰে। মোৰ বিচাৰ মতে আমি একোজন অন্ধ। এই অন্ধকাৰ জন-অৰণ্যৰ মাজত আমি প্ৰতিদিনে জীয়াই থকাৰ কাৰণে যুঁজ বাগৰ কৰি থাকো। সেই যুঁজ বাগৰৰ শেষ নাই। যেনেকৈ মানুহৰ অভাৱ অনাটনৰ শেষ নাই।

মানুহ মাত্ৰেই ক্ষমতা প্ৰিয়। আমি প্ৰতি নৰ-নাৰী, ডেকা-গাভৰুৱে ক্ষমতাৰ কাৰণে আগবাঢ়ি থাকো। কিন্তু ক্ষমতা আমি কেৱল প্ৰয়োগ কৰিব পাৰো মানুহৰ ওপৰতহে। সৃষ্টিকৰ্ত্তাজনে কিন্তু আমাৰ ক্ষমতা দেখি কেতিয়াবা হাঁহি থাকে। মানুহৰ সমাজত দেখিছো আৰম্ভও আছে পৰিসমাপ্তিও আছে। আশা আৰু আকাংক্ষাও আছে। প্ৰতি মুহূৰ্ত্তত দেখিছো বিপদ সঙ্কুল বাট। জীৱনৰ ভয়। অপমানৰ ভয়। প্ৰতি পদক্ষেপত আমাৰ এই জীৱনৰ মৃত্যুৰ ভয়। কথাবোৰ কৈ কৈ ৰমেনে অলপ প্ৰকৃতিস্থ হৈছিল। এজাক নিৰ্মল বতাহ খোলা দুৱাৰ-খিৰিকীৰে কোঠাটোৰ ভিতৰলৈ সোমাই আহিছিল।

আকৌ ৰমেনে সম্বিৎ ঘূৰাই পাই কলে ! প্ৰেমদা তোমাক যে কাহিনীটো কম বুলিছিলো সেই কাহিনীৰ নায়কজনৰ নাম ৰূপম আৰু নায়িকাজনীৰ নাম পলাশী । যিটো কাহিনী আজি কম তোমাক প্ৰেমদা সেই কাহিনীটো হয়তো তোমাৰ আৰু মোৰ জীৱনৰ সৈতে মিল থাকিব পাৰে । কিন্তু কাহিনীটো কোৱাৰ শেষত তুমি যেন নোকোৱা এই জঘন্য কাহিনীটো মোক শুনালে কিয় ? সেই কথা শুনি প্ৰেমদাই একো মন্তব্য দিয়া নাছিল । তাই কেৱল কৈছিল, ৰমেন দা আপোনাৰ কাহিনী কোৱা কেতিয়া শেষ হব ! বাৰু এতিয়া কওক ।

ৰমেনে উত্তৰত কৈছিল এদিন তুমি আৰু মই নোহোৱা হ'ম । তাৰ পিচত ৰমেনে ঘটনাৰ পাতনি মেলিলে. । তুমি বাস কৰা সেই নগৰখনৰ এটা পৰিয়ালৰ এক সময়ত এটা বিৰাট ঘটনা ঘটিছিল । সেই ঘটনাৰ শেষ জীৱন্ত প্ৰহেলিকা ।

সেয়া আছিল ১৯৫৪ কি ১৯৫৫ চনৰ কথা । এদিন ৰূপম নামৰ ডেকা এজনে গাৱঁৰ পৰা নগৰলৈ বহুত উচ্চ আশা লৈ আহিছিল কলেজত পঢ়িবলৈ । সি কলেজত পঢ়ি থকা অৱস্থাতেই নগৰীয়া ফুল পলাশীৰ ৰূপ সৌন্দৰ্য্য দেখি প্ৰেমত পৰি গৈছিল । তাৰ পিচত ৰূপমে পলাশীহঁতৰ ঘৰখনলৈ অহা যোৱা কৰিছিল । লগতে পলাশীৰ দেউতাক দিগন্ত আৰু মাক অৰুণাৰ সৈতে চিনাকি হৈছিল । সি চিনাকি হৈছিল পলাশীৰ ককায়েক, সৰু ভায়েক আৰু ভনীয়েক কেইজনীৰ সৈতে । সি পলাশীৰ ঘৰখনক অতি কম সময়ৰ ভিতৰতেই আপোন কৰি লৈছিল । এনেকৈয়ে ৰূপম আৰু পলাশীৰ মাজেৰে কেইটামান বছৰ পাৰ হৈছিল । যেতিয়া পলাশীক সেই ৰূপমজনে আপোন কৰি লব খুজিছিল সেই ঘটনা প্ৰবাহ পলাশীৰ মাক-দেউতাক আৰু ককায়েক হৰধনে জানিছিল তেতিয়া পলাশীৰ বিয়াৰ যো-জা কৰিছিল । এদিন যথা-সময়ত সেই পলাশীৰ বিয়া হৈ গৈছিল— সেই নগৰৰ হেমচৰণৰ সৈতে । সেই ঘটনা দেখি ৰূপমে মূৰে-কপালে হাত থৈ বহি আছিল । ব্যৰ্থতাৰ প্ৰহেলিকাই তাক নিশকতীয়া কৰিছিল । সি চৌপাশে ধোঁৱা-কোঁৱা দেখিছিল । কাৰণ সি ভবাই নাছিল যে, তাৰ বুকুৰ ৰাজৰ পৰা পলাশীক কাঢ়ি নি সেই হেমচৰণৰ সৈতে বিয়া দি পেলাব বুলি । ৰূপমে তেতিয়া ধৈৰ্য্য ধৰিছিল । নানাজনে তাক নানা কথা কৈছিল । কিন্তু সি কেওৰে কথাত একো

গুৰুত্ব দিয়া নাছিল ।

এনেকৈ কেইদিনমান আগ বাঢ়িছিল । ৰূপমে কিন্তু কোনো সিদ্ধান্তলৈ আহিব পৰা নাছিল । সি কলেজীয়া শিক্ষা শেষ নোহোৱাৰ আগতেই সেই নগৰ এৰিছিল । সি জীৱন নিৰ্ব্বাহৰ কাৰণে পথ বিচাৰি ফুৰিছিল । এদিন তাৰ হঠাতে এযাৰ কথালৈ মনত পৰিছিল । হয়তো পলাশীৰ মাক-দেউতাক আৰু ককায়েক হৰধনে ভাবিছিল যে, ৰূপমে পলাশীক যেতিয়া স্ত্ৰী হিচাবে নেপালে সি নিশ্চয় আত্মহত্যা কৰিব বুলি । কিন্তু ৰূপমে আত্মহত্যা কৰা নাছিল । বৰং সি নাৰী সমাজৰ ছলনা, চাতুৰী আৰু কৌশলবোৰ জনাৰ কাৰণে চেষ্টা চলাইছিল । সি গভীৰ সাধনাত ব্ৰতী হৈছিল । লগতে সি শুনিব পাইছিল যে সেই পলাশীয়ে আকৌ বিবাহিত স্বামীক এৰি আহিছিল ; তাই পুনৰ মাক-দেউতাকৰ ঘৰত থাকিব লৈছিল । সেই ঘটনা শুনি ৰূপমে পলাশীৰ প্ৰতি সমবেদনা জনাইছিল । কিন্তু পলাশীয়ে সেই ৰূপমৰ কাৰণে কিবা চিন্তা ভাবনা কৰিছিল নে নাই জনা নাছিল । ৰূপমে একো উপায় নেপাই কবিতা কুঁৱৰীৰ সমুখত আত্ম সমৰ্পণ কৰিছিল । যথা সময়ত ৰূপমে গাওঁ এৰি আহি এদিন গুৱাহাটী পাইছিল । গুৱাহাটীত কেইদিনমান থাকি ৰূপমে তাৰ জীৱন নিৰ্বাহৰ পথ সুচল কৰিব নোৱাৰি এদিন আহি পাইছিল ছিলং মহানগৰ । মহানগৰত খোজ দিয়ে ৰূপমে ছিলঙৰ প্ৰাকৃতিক সৌন্দৰ্য্য দেখি বিমোহিত হৈছিল । সি কিবা কৰি খাটি-খুটি এটা কেৰাণী চাকৰি জোগাৰ কৰি লৈ আকৌ লিখা-পঢ়াত মনোযোগ দিছিল । সি কিন্তু পলাশীৰ মায়া এৰিব পৰা নাছিল । পলাশীৰ খা-খবৰ সি লৈ আছিল । অৱশ্যে সি পলাশীৰ পৰা প্ৰকৃত সঁহাৰি পোৱা নাছিল । ৰূপমে কিন্তু কেৰাণী চাকৰিত সোমাই গভীৰ ভাবে অধ্যয়নত লাগি গৈছিল । সি দেশ-বিদেশৰ কবিতা, গল্প, উপন্যাস পঢ়িব ধৰিছিল । এনেকৈয়ে সি এদিন বি-এ পাছ কৰিছিল । বি-এ পাছ কৰি সি ল কলেজত নাম লিখিছিল । ল পঢ়ি থকা অৱস্থাত সি এদিন কিবা কাৰণত ছিলঙৰ পৰা গৈ গাওঁ পাইছিল । গাওঁৰ ঘৰত দুই এদিন থাকি সি গৈছিল পলাশীহঁতৰ ঘৰলৈ ।

সেয়া আছিল বহুত পুৰণি কথা । ৰূপমে যেতিয়া পলাশীহঁতৰ ঘৰৰ চোতালত থিয় হৈছিল তেতিয়া তাক পলাশীৰ দেউতাক দিগন্তই দেখা পাই বহিব দিছিল আৰু সুধিছিল, - বোপা ৰূপম তুমি

বোলে এতিয়া ল পঢ়িব লৈছা ।
— হয় জেঠাদেউ নামটো লিখিছো কিন্তু পাছ কৰিব পৰাটোহে হ'ল ডাঙৰ কাম ।

ইতিমধ্যে দিগন্তই মাতিছিল পলাশীক । পলাশী দেউতাকৰ কাষত আহি উপস্থিত হৈছিল । দিগন্তই পলাশীক দেখি কৈছিল— মাজুনী ৰূপম আহিছে । এওঁক ঘৰলৈ লৈ যোৱা । পলাশী ৰূপমক দেখি প্ৰথম অৱস্থাত উচাপ খাই উঠিছিল । কাৰণ সেই ৰূপমে যেতিয়া কলেজত পঢ়ি আছিল তেতিয়াৰ তুলনাত দেহৰ সাদৃশ্যপাতি হেজাৰ গুণে ভাল হৈছে । পলাশীয়ে কৈছিল বলক ৰূপমদা । ৰূপমে দিগন্তক নমস্কাৰ জনাই পলাশীৰ পিচে পিচে খোজ লৈছিল । ঘৰৰ ভিতৰ সোমাই পলাশী ৰূপমক চকি এখন দেখুৱাই দিছিল । ৰূপমে বহিছিল । পলাশীও বহিছিল । সেই সময়ত পলাশীৰ মাক অৰুণা জেঠীদেউ বোধকৰো পাকঘৰত ভাত ৰান্ধি আছিল । তথাপি ৰূপমে বহি লৈ কলে, জানা পলাশী মই ভবাই নাছিলো যে তোমাক লগ পাম বুলি এইখন ঘৰত । কাৰণ এতিয়া তুমিটো স্বামীৰ ঘৰতেই থকা ।

ৰূপমৰ কথা শুনি পলাশী ৰঙা-চিঙা পৰিছিল । তাই বহুত সময় নীৰৱেই আছিল । একো কথা কব পৰা নাছিল । সেই নীৰৱতা ভঙ্গ কৰি ৰূপমে এফাঁকি কবিতা পঢ়ি গৈছিল,— কবিতা ফাঁকি এয়া—

এয়ে জানো মোৰ প্ৰতি
তোমাৰ সোণ আছিল ভাল পোৱা ?
তুমি যোৱা তোমাৰ বাটেৰে
মই যাম মোৰ বাটে বাটে
সাঁচতীয়া কথাবোৰ কোৱাতো নহব ।

সেই কবিতা ফাঁকি শুনি পলাশী অন্তৰত বৰ তৃপ্তি পাইছিল আৰু সুধিছিল, ৰূপম দা আপুনি এতিয়া কবিতা লিখে নেকি ?
— হেৰা কবিতাকে লৈছো মই এতিয়া মোৰ সঙ্গী কৰি । কাৰণ তুমিটো জানাই ? জীৱনৰ যৌৱনত মোক ব্যৰ্থতাৰ প্ৰহেলিকাই থকা সৰকা কৰি আছে । সেয়েহে মই আজি কালি কবিতাকে লিখো । কবিতাকে পঢ়ো ।
— কিবা কিতাপ পাতি ওলাল নেকি ?
— লিখি আছো পলাশী । হয়তো কেতিয়াবা ওলাব পাৰে । সেই

কথা শুনি পলাশী কলে, ৰূপম দা । কবিতাৰ পুথি গুলালে কিন্তু মোক দিবলৈই । সেই ছেগতেই ৰূপমে আকৌ এফাঁকি বঙালী কবিতা মাতিলে—

"যখন তোমাৰ কেও ছিলোনা
তখন ছিলাম আমি
এখন তোমাৰ সব হয়েছে
পৰ হয়েছি আমি"

—মোৰ আকৌ কিটো হৈছে । আপুনি হয়তো মোৰ জীৱনত ঘটি যোৱা ঘটনা নেজানে !

— তুমি কলেহে জানিম । তুমি এতিয়া সেই হেমচৰণৰ সৈতে নথকা নেকি ?

পলাশী সেই কথা শুনি একো কব পৰা নাছিল । তাইৰ দুচকুৰ পৰা সৰ্‌সৰ্‌কৈ চকুলো নিগৰি পৰিব ধৰিছিল । তাৰ পিচত তাই চকুলো টুকি টুকি কৈছিল,— ৰূপম দা এতিয়া মই এইখন ঘৰতেই থাকো । যথা-সময়ত পলাশীহঁতৰ ঘৰত থকা বীমা নামৰ ছোৱালীজনীয়ে দুকাপ চাহ আনি দিছিল । পলাশী কৈছিল— ৰূপমদা চাহ খাওক । ৰূপমে চাহ কাপ খাই উঠি আকৌ চিগাৰেট এটা জ্বলাই লৈ কলে, বুইছা পলাশী মই এতিয়া মোৰ জীৱনৰ সকলো দুখ বেদনা এই চিগাৰেটৰ ধোঁৱাৰ সৈতে মিলাই দিছো । অ' এষাৰ কথা মনত পৰিছে । পাঞ্জাবী ভাষাৰ বিখ্যাত লেখিকা "অমৃতা প্ৰীতমে" এফাঁকি কবিতা কৈছিল,— কবিতাফাঁকি এয়া,—

"Pain
I inhaled it
Quietly
Like a cigarette
Song :
I flicked off
Like ash
From the cigarette"

মানুহৰ জীৱনত সুখতকৈ দুখৰ দিনবোৰ অতিকৈ বেচি । এই পৃথিৱীত প্ৰকৃত সুখী মানুহ নিচেই কম । মই জনাই নাছিলো যে, পুৰুষ সকলৰ দৰে নাৰী সকলেও জীৱনৰ বিভিন্ন সময়ত দুই তিনিজন

পুৰুষৰ সৈতে প্ৰেমত পৰিব পাৰে বুলি ! সৌ সিদিনা এজনী নাৰীৰ জীৱন কাহিনী পঢ়িহে মই সুন্দৰকৈ উপলব্ধি কৰিব পাৰিছিলো যে, পুৰুষৰ দৰে নাৰী সকলেও জীৱনত বহুবাৰ প্ৰেমত পৰিব পাৰে । কবিতা, গল্প, উপন্যাস লিখিব পাৰে । তাকে কৈ আকৌ ৰূপমে নিমগ্ন হৈছিল । তাৰ সেই বৌমালৈ হঠাতেই মৰম আৰু মোহ জন্মি গৈছিল । সি যেতিয়া সেই পলাশীৰ প্ৰেমত পৰিছিল তেতিয়া তাইৰ বয়স হয়তো যোল্ল বা ওঠৰ বছৰ আছিল । তাইৰ গোটেই শৰীৰত পূৰ্ণ যৌৱনৰে প্ৰয়োজ্জ্বল আছিল । কিন্তু আজি সেই পলাশীক যি অৱস্থাত দেখিছে, তাইক যদিও ৰূপমে মন প্ৰাণ দি ভাল পায় কিন্তু পলাশীহঁতৰ ঘৰত কাম কৰা বৌমাৰ ৰূপ সৌন্দৰ্য্য আৰু পূৰ্ণ যৌৱন দেখি তাইৰ ৰূপত মোহ গৈছিল । বৌমাৰ পৰিচয় হয়তো সি নেজানে । তাই নিশ্চয় হব লাগিব দুখীয়াৰ ঘৰৰ গাভৰু । নহলে পলাশীহঁতৰ ঘৰত কাম কৰি জীৱন নিৰ্বাহ কৰিব নাহিলহেতেন । তেনেযোৰ কথা ভাবি থাকোতে বৌমাই এখনি বটাত দুখনি তামোল আনি টেবুলত থৈছিল আৰু কৈছিল পলাশী বাইদেউ তামোল খোৱা আৰু আপুনিও খাওক । সেই কথা শুনি পলাশী কলে, বৌমা তই যাগৈ মায়ে অকলে পাক-ঘৰত কাম কৰি আছে । মাক ভাত ৰন্ধা কামত সহায় কৰ গৈ । ৰূপমে কিন্তু বৌমাৰ পূৰ্ণ যৌৱনৰ কথাকেই ভাবি গৈছিল । সি পুনৰ সমুখত বহি থকা পলাশীৰ ৰূপ সৌন্দৰ্য্যৰ সৈতে বৌমাৰ ৰূপৰ তুলনা কৰি চাই দেখা পালে যে, এই বৌমাৰ প্ৰেমত কোনোবা ডেকাই পৰিছে নেকি ? নহয় ! বৌমাৰ প্ৰেমত কোনো পৰিব নোৱাৰে । কাৰণ সি পলাশীৰ সৈতে কথা পাতি থাকোতেই দেখি আছিল বৌমাক এটাৰ পিচত আনটো কামত ব্যস্ত থকা । তাইৰ যে ৰূপ যৌৱন আছে সেই কথা তাই ভাবিবই পৰা নাছিল । কিন্তু ৰূপমে তাইৰ ৰূপ সৌন্দৰ্য্য দেখি মুগ্ধ হৈছিল ।

এক সময়ত সি নিজেও দুখীয়া গাৱঁলীয়া নিমাখিত ডেকা আছিল । সেই সময়ত সি হয়তো পলাশীক হিয়া উবুৰাই ভাল পাইছিল । কিন্তু পলাশীয়ে সেই ৰূপমৰ ভাল পোৱাক সিমান গুৰুত্ব দিয়া নাছিল । হয়তো সেই কাৰণেই পলাশীয়ে তাৰ প্ৰেম-প্ৰীতি আৰু ভালপোৱা আৰু আদৰক নেওচি লৈছিল অন্যপথ । আৰু আজি কলে, পলাশী হেনো এতিয়া অকলেই থাকে । মনে মনে কিবা ভাবি থকাৰ কাৰণে পলাশীয়ে সুধিলে— ৰূপম দা ! আপুনি যে

আগতে বঙালী কবিতা ফাঁকি মোক পঢ়ি শুনাইছিল সেই কবিতাৰ অৰ্থ মই নুবুজা নহয়, সকলো বুজি পাইছো । কিন্তু আপুনি ক'ত দেখা পালে মোৰ সকলো হৈছে । লগতে কৈছে আপুনি মোৰ পৰ হৈছে । সেই কথা যেন অন্তৰত নাভাবে । কাৰণ আপুনি মোৰ চিৰকালেই আপোন । মই পৰ বুলি আপোনাক ভাবিবই নোৱাৰো । আৰু লগতে এইখিনিও কও যে, মোৰ একো হোৱা নাই । বৰং মই জানো আপুনি যেতিয়া মোক পোৱাৰ আশা এৰিছিল তেতিয়া আপুনি নাৰী জাতিৰ প্ৰতি বিদ্বেষী হৈ উঠিছিল ।

— সেই কথা শুনি ৰূপমে কলে, পলাশী, এই পৃথিৱীখনি যিমান ধুনীয়া তাতোকৈ ধুনীয়া এই পৃথিৱীৰ গাভৰু আৰু নাৰীসকল । কিন্তু ইয়াতে হয়তো হেজাৰ প্ৰশ্ন উঠিব পাৰে পলাশী । হয়তো কিছুমানে কব সি মাক, ভনীয়েক আৰু জীয়েকত বাহিৰে সকলো নাৰীৰ সৈতে মনৰ কথা পাতিব বিচাৰে ।

— কেনেকুৱা ধৰণৰ ৰূপম দা ?

— বুইছা পলাশী । মই জানো এই পৃথিৱীৰ সকলো সৌন্দৰ্য্যৰ গুৰিত নাৰী । নাৰীক যি পুৰুষে হিয়া দি ভাল পাবলৈ শিকিব পাৰে সেই পুৰুষে এদিন ভাৰত আৰু বিশ্বত সকলো নাৰীৰ পৰা প্ৰশংসা পাবই । কিন্তু কথাতে কথা ওলায় পলাশী । এদিন তোমাক মই ভাল পাই গৈছিলো । তোমাৰ ঘৰত মতা নাম যদিও পুতুমণি মই কিন্তু তোমাক পলাশী বুলি কৈছো কিয় জানা ? হয়তো তোমাৰ সৈতে মই কথা পাতি থাকিলে তোমাৰ ককায়েৰা নাইবা ভায়েৰাহতে মোৰ ওপৰত খং কৰিব পাৰে আৰু কিবা কব পাৰে । তোমাৰ বৈবাহিক জীৱনত বিচ্ছেদৰ গুৰিত হয়তো মোক বুলি ভাবি দোষণীয় কৰিব পাৰে । নাইবা মোৰ বিপৰীতে উঠি পৰি লাগিব পাৰে । লগতে মোৰ অন্যায় কৰিব পাৰে ।

— কিন্তু আপুনি নাৰী জাতিৰ প্ৰতি বিদ্বেষী হৈছিল কিয় ?

— বিদ্বেষী হোৱা নাছিলো । কেৱল মই তোমাৰ ভিতৰৰ মানুহজনীৰ সৈতে মিলি যাব পাৰিছোনে নাই সেই কথাহে চিন্তা কৰিছিলো । তুমিটো জানাই, তোমাক মই ভালপাও । কিন্তু তোমাৰ যদি ৰূপ সৌন্দৰ্য্যক ভাল পাই মই কেৱল দৈহিক প্ৰেমৰ কাৰণে ব্যস্ত হৈ পৰো তেতিয়া সেইটো নিতান্তই হৈ পৰিব আবেগপূৰ্ণ । আৰু যদি মই তোমাৰ ভিতৰৰ মানুহজনীক ভাল পাবলৈ শিকিব পাৰো তেতিয়া

সেই প্ৰেম হবগৈ স্বৰ্গীয় । য'ত বৈ থাকিব স্বৰ্গৰ মন্দাকিনী ।

তাৰ পিচত সেই ৰূপমে নাৰী জাতিৰ বিপৰীতে বিদ্ৰোহ কৰিম বুলি ভাবিছিল । সি কিন্তু এষাৰ কথা জানিছিল যে, নাৰী-জাতি মাতৃ জাতি । গতিকে নাৰীৰ জন্মই হ'ল সৃষ্টিৰ কাৰণে । যেনেকৈ এই পৃথিৱীৰ জন্ম হৈছিল সৃষ্টিৰ কাৰণে । সি কেতিয়াও সৃষ্টিৰ বিপৰীতে বিদ্ৰোহ কৰা নাছিল । কাৰণ তাৰ জন্মও হৈছিল এদিন নাৰীৰ গৰ্ভৰ পৰাই । তাক মাকে দহ মাহ দহ দিন গৰ্ভত ৰাখি এদিন জন্ম দিছিল । সি ভূমিষ্ঠ হৈয়ে ট্টৱা ট্টৱা কৈ কান্দিছিল । এদিন সি শুনিব পাইছিল পলাশীৰ জীৱনত ঘটি যোৱা সকলো ঘটনা প্ৰবাহ । তাৰ পিচত ৰূপমে পলাশীক লগ ধৰি কৈছিল,— চোৱা পলাশী ! মানুহৰ জীৱনৰ কথা তুমি জানো ভাবা ? আজি তোমাক বহুত কথাই কম । মোৰ মতে বিবাহিতা নাৰীৰ বৈবাহিক জীৱনত যিদিনা বিচ্ছেদ ঘটে সেই নাৰীৰ ভাৰতীয় দৰ্শন মতে সেই দিনাই মৃত্যু ঘটে । যি নাৰীৰ পুৰুষ নাই সেই নাৰীৰ ৰূপে কি কাম কৰে ! এতিয়া কোৱা তুমি কাক লৈ জীয়াই আছা আৰু কি আশাত জীয়াই আছা ? তুমি যেতিয়া এনেবোৰ প্ৰশ্নৰ অন্তৰত অৱতাৰণা কৰি নিজকে সুধিবা তেতিয়া বুজিবা যৌৱনতে ভাল পোৱাজনক ঘিণ কৰাৰ পৰিণাম কি ভীষণ । মোৰ মতে তুমি পুৰুষ জাতিক ঘিণ কৰা উচিত নহব । কাৰণ তোমাৰ বিবাহিত স্বামীৰ সৈতে অইন পুৰুষক ৰিজনি যেন নকৰা । লগতে ঘিণ কৰিব নোৱাৰিবা মোক । কিয় জানা ? মই জনাৰ ভিতৰত আজিলৈ তোমাৰ একো অহিত চিন্তা কৰা নাই । বৰং তোমাৰ সুখৰ বাবেহে অভিযান চলাইছো । যিজন পুৰুষে তোমাক প্ৰথম দেখাৰ দিনাই ভাল পাই যাব পাৰে সেইজন পুৰুষে তোমাক জীৱনৰ শেষ দিনলৈকেও ভাল পাই থাকিব পাৰে । ৰূপমৰ অন্তৰত যিমান দিন প্ৰেম-প্ৰীতি থাকিব সিমান দিনলৈকে তোমাক ভাল পাই থাকিব । তুমিও প্ৰেমৰ পূজা পাই থাকিবা ।

সময় আগ বাঢ়িল । ৰূপমে নতুন প্ৰশ্নৰ অৱতাৰণা কৰিলে । সি এৰি অহা অতীতক জুকিয়াই চালে । ক'ত কেনেকৈ আৰু কি প্ৰসঙ্গত পলাশীক ভাল পাই গৈছিল সেই এৰি অহা ক্ষণ আৰু মুহূৰ্ত্ত-বোৰ ভাবি গ'ল । এদিনৰ কথা প্ৰসঙ্গত ৰূপমে কৈছিল পলাশী, তোমাৰ মনৰ কথা কোৱা । তাৰ পিচত সি কৈছিল "নাৰীনং চৰিত্ৰনাং দেৱা-ন জানন্তি" এদিন সি মনতেই ভাবিছিল যে, পলাশীক

লৈ এখনি সুখৰ সংসাৰ গঢ়ি তুলিব । তাৰ স্বপ্নবোৰ দিঠক নহ'ল । তাক সেই পলাশীয়ে তাৰ ভাল পোৱাত ওপৰত গুৰুত্ব দিয়া নাছিল । সৃষ্টিৰ আদিৰ পৰা আজিলৈ সি ইতিহাস পঢ়ি দেখা পাইছিল যে, সকলো যুদ্ধ আৰু সংঘাতৰ গুৰিতে নাৰী । এই পৃথিৱীত নাৰীয়ে কৰিব নোৱাৰা কাম একো নাই । নাৰীয়ে নিজৰ স্বাৰ্থ পূৰণৰ হকে সকলো কাম কৰিব পাৰে । নাৰীয়ে সৃষ্টিও কৰিব পাৰে আৰু ধ্বংসও কৰিব পাৰে । নাৰীয়ে এক হাতেৰে অমৃত ঢালিব পাৰে আৰু আন হাতেৰে গৰল ঢালিব পাৰে । তেনে ধৰণৰ ইতিহাস মানুহৰ সমাজত বহুত আছে । ৰূপমৰ মতে এই পৃথিৱীৰ সকলো সংঘাতৰ গুৰিত নাৰী । পুৰুষ সকলক মহামানৱ গঢ়ি তোলাৰ গুৰিতো নাৰী । প্ৰতিজন মহামানৱৰ অন্তৰালত আছে একোজনী নাৰী ।

এক সময়ত জাতিৰ পিতা "মহাত্মা গান্ধীয়ে" মুক্ত কণ্ঠে কৈছিল, পুৰুষ সকলতকৈ বোলে নাৰীবোৰ বহুত ওপৰত । নাৰীক এক কৰি লব পাৰিলে আৰু দেশত চলি থকা অন্যায় অনাচাৰ লগতে সাম্ৰাজ্যবাদীৰ দলক খেদিব লাগিলে দেশক জাতিক মাটিক ভালপোৱা নেতা সকলে নাৰী জাগৰণৰ সৃষ্টি কৰে । সেয়ে পলাশী ! নাৰী জন্ম কেৱল সৃষ্টিৰ কাৰণে । কিন্তু তুমি আজিলৈকে কিটো পালা ? এই পৃথিৱীৰ জন্ম হৈছিল ক্ষমা গুণৰ কাৰণে । মোৰ মতে নাৰী আৰু পৃথিৱীৰ মাজত কোনো বিভেদ নাই । কিন্তু তেনে নাৰী জন্ম লৈ নাৰীৰ জীৱন যিবোৰ পুৰুষে বিপন্ন কৰে সেই পুৰুষসকলৰ কাৰণে নাৰীসকলে মিলি বিদ্ৰোহ বিপ্লৱ নকৰে কিয় ? লগতে এইখিনিও কওঁ যে নাৰীয়ে সুখ শান্তিবো সৃষ্টি কৰিব পাৰে, প্ৰতিটো গৃহত অশান্তিৰ সৃষ্টিও কৰিব পাৰে । প্ৰতিদিনে মই দেখি আছো নাৰীয়ে কান্দো বুলি কান্দিব পাৰে আৰু হাঁহো বুলি হাঁহিব পাৰে । তাৰ অৰ্থ হ'ল নাৰী ছলনাময়ী । নাৰী কিছুমানে যাদু জানে ।

পলাশী একো কোৱা নাছিল । তাই কেৱল ৰূপমৰ ফালে চাই আছিল । আকৌ সময় আগ বাঢ়িল । তাৰ পিচত ৰূপমে কলে, বুইছা পলাশী, এদিন তুমি মোৰ দুচকুত চকু থৈ চকুৰ ভাষাৰে মনৰ কথা প্ৰকাশ কৰিছিলা । তুমি তোমাৰ হৃদয়েৰে মোৰ হৃদয়ৰ কথাবোৰ গ্ৰহণ কৰিছিলা । তুমি মোৰ চিত্ত হৰণ কৰিছিলা । এতিয়া পলাশী মই অপাৰ সাগৰত । কাৰণ তুমিটো নেজানা তোমাৰ প্ৰেমৰ পৰা বঞ্চিত হৈ মই ব্যথা বিৰহত আপ্লুত হৈ কবিতাক সাঁৱৰি কৰি লৈছিলো ।

প্ৰেমৰ পূজাৰ কৰিছিলো আয়োজন। আয়োজন কৰিছিলো সুন্দৰৰ পূজাৰ। অ' ইয়াতে এষাৰ মোৰ গীতলৈ মনত পৰিছে। গীত ফাঁকি এয়া—

প্ৰেমৰ পূজাৰ কৰিছিলো আয়োজন
তোমাৰ অহাৰ আছিল প্ৰয়োজন।

তেতিয়া তুমিও নাহিলা মযো তোমাক বুজাব নোৱাৰিলো। তাৰ পিচত মই মোৰ মনৰ সকলো কথা তোমাক মোৰ কবিতাৰে জনাইছিলো। তুমি কেৱল নিৰ্লিপ্ত হৈ আছিলা। বোধকৰো তুমি এতিয়া তোমাৰ মনত পুৰুষ জাতিটোৰ প্ৰতি বিদ্বেষ ভাব জন্মিছে। এতিয়া তোমাৰ আৰু মোৰ মাজেৰে বহুত বছৰ পাৰ হ'ল। বছৰ পাৰ হ'ল কিন্তু তোমাৰ মনৰ পৰিবৰ্ত্তন নহ'ল। তুমি মোক সঁহাৰি দিয়া নাই। হয়তো তুমি ভাবিছিলা যে, মই তোমাৰ প্ৰেমৰ অযোগ্য বুলি। তুমি যদি মোক মোৰ বুলিয়ে ভাবিছিলা যৌৱনত দুচকুৰ ঠাৰেৰে ইহজনম আৰু পৰজনমৰ লগৰী হব বুলি কৈছিলা— মই নিজেই সচকিত হৈছো যে তুমি সৃষ্টিৰ কাৰণে বিয়াকুল হোৱা নাই কিয়? তোমাৰ বান্ধৱীসকলৰ ঘৰ সংসাৰবোৰলৈ চকুমেলি চোৱা। আজিলৈকে তুমি তোমাৰ কোলাত কেঁচুৱা লৈ ৰাজপথলৈ ওলাই আহিব পৰা নাই। তোমাক এতিয়া কিছুমান মানুহে ৰাতিপুৱা দেখিলে যাত্ৰা নাস্তি বুলি কয়। সৌ চোৱা সমুখৰ মাটিডৰা। কেনেকৈ প্ৰতিদিনে নদন-বদন শস্য উৎপাদন কৰি আছে। বুইছা পলাশী সকলো সময়তে কাইদা আৰু কৌশলেৰে বৈতৰণী পাৰ হব নোৱাৰি। আপোনজনক দুখ দিব নেপায়।

এদিন হয়তো তুমি ভাবিছিলা মোৰ দ্বাৰায় একো কাম নহব। সেয়েহে আদৰক নেওচি অন্যপথ লৈছিলা। হয়তো তুমি ভাবিবও পাৰা যে, তোমাক নোপোৱাৰ কাৰণে মোৰ অন্তৰত থুপ খাই থকা সকলো প্ৰেম উৰলি যাব! মই এখনি শুকান বিষণ্ণ নৈ হৈ থাকিম। যিদিনা তুমি মোক প্ৰেমৰ পৰা বঞ্চিত কৰিছিলা সেই দিনৰ পৰা মই আজিলৈ এজন লৌহ মনৰ মানুহ। হয়তো মোৰ অন্তৰৰ প্ৰেমৰ নদীখন শুকাই যাব। মই নিৰস হৈ পৰি থাকিম। মই কিন্তু পলাশী সাংবাদিক নহয়। মই চিৰকালেই মাতৃ জাতিক সন্মান কৰিম। সন্মান কৰিম তোমাক। মোক নাৰী সমাজে কোনোকালেই তিৰস্কাৰ কৰিব নোৱাৰে। মই এষাৰ কথা জানো যে, য'ত সৃষ্টি আছে

তাতে দৃষ্টি প্ৰসাৰিত হবই লাগিব। মোৰ বিশ্বাস আছে এদিন বিশ্বত সকলো নাৰী এক গোট হৈ মোক প্ৰশংসা কৰিব। ছুটি গল্পৰ জন্ম দাতা "গী'দ ম'পচাকো"--বিশ্বৰ নাৰী জাতি ভুৰি ভুৰি প্ৰশংসা কৰিছিল। কিন্তু জানা পলাশী, মই নাৰী জাতিক শ্ৰদ্ধা কৰো। মই যদি এই জনমত কেতিয়াবা নাৰী সমাৰোহত ভাষণ দিব পাৰো মই প্ৰতিজনী গাভৰুক ভনী-বাই সকলক কম আপোনালোকে যেন এই পলাশীৰ দৰে নিঃসঙ্গ জীৱন যাপন নকৰে। সেইটো কৰিলে পোহৰতেই এন্ধাৰ দেখিব। অন্তৰ চাহাৰা হব। ফাকি আৰু প্ৰলোভনে হিয়া কুটি কুটি খাব।

আকৌ সেই ৰূপমে কৈছিল, ফুলৰ জাতি নাই। ভোমোৰাৰ জাতি নাই। তথাপি এই পৃথিৱীৰ মানুহৰ সমাজত দেখিছো আৰু দেখিয়ে আছো ব্যৰ্থতাৰ প্ৰহেলিকা। মানুহৰ বুকুত কাণ পাতিলেই শুনিব পোৱা যাব যে, মানুহৰ হৃদয়ে হৃদয়ে দুখ। মানুহৰ প্ৰাণে প্ৰাণে নোপোৱাৰ বেদনা। পাৰয়ালে পাৰয়ালে অভাৱ অনাটনৰ এখনি বিষণ্ণ নৈ বৈ থকা। কোনো মানুহৰ অন্তৰত প্ৰকৃত সুখ নাই। প্ৰতি নৰ-নাৰী আৰু ডেকা-গাভৰুৰ হৃদয়ত কিবা নহয় কিবা অভাৱ আছেই। ভগৱানে মানুহক সকলো দিছে কিন্তু সুখকণ দিয়া নাই। সেই কথা শুনি সেই পলাশীয়ে ইংৰাজ কবি আননৰ ( Anon ) এফাঁকি কবিতা মাতি দিছিল,—

"Love not me for comely grace
For my pleasing eye or face
And love me still,— but know not why"

ৰূপমে কবিতা ফাঁকি শুনি পলাশীৰ মুখলৈকে চাই আছিল। সি একো কব পৰা নাছিল। তাক ব্যৰ্থতাই আকৌ বেৰি ধৰিছিল। সি ভাবিছিল যে, সি যিটোৱেই কব সেই পলাশীয়ে নীৰৱেই শুনি যাব। সেই পলাশীও ৰূপমৰ প্ৰশ্নৰ প্ৰত্যুত্তৰ দিছিল। ৰূপমৰ অৱশ্যে প্ৰথম অৱস্থাত সেই পলাশীৰ সন্মুখত ভীষণ দুৰ্বলতা আছিল। সি পলাশীৰ সৈতে মিলি এখনি প্ৰেমৰ নৈ বোৱাই দিব খুজিছিল। কিন্তু পলাশীয়ে যেতিয়া মাক-দেউতাক আৰু ককায়েক হৰধনৰ ভয়ত হেমচৰণৰ সৈতে বিয়াখনি সম্পাদন কৰিছিল তেতিয়া সেই ৰূপমে অসহায় নিৰুপায় হৈ প্ৰেমিকাৰ প্ৰেমত ব্যৰ্থ হৈ কেৱল আজৰি সময়ত কবিতাকেই লিখিছিল। এদিন কথা পাতি থাকোতে ৰূপমে তাৰ নিজৰ কবিতা

তলত দিয়া ধৰণে মাতিছিল,—

মই কবি
কবি মই প্ৰেমৰ
প্ৰেমৰ কবিতা লিখি প্ৰেমৰ সপোন দেখি
কৰিব বিচাৰো এই মহান পৃথিৱীখনিক
জানা সোণ প্ৰেমময়,—
প্ৰেমেৰে চলিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল
যাৰ একান্ত ইচ্ছা
মানুহৰ অন্তৰৰ মৃত্যু ভয় আঁতৰাই
কৰিব বিচাৰো প্ৰতি হিয়া মধুময় ।

ৰূপমৰ কবিতা শুনি পলাশীয়ে আকৌ তাৰ মুখলৈ চাই আছিল ? তাই কেৱল ৰূপমৰ দুখৰ কথাকেই ভাবি গৈছিল । তাৰ পিচত সেই ৰূপমৰ অন্তৰৰ পৰা প্ৰেমৰ কবিতাবোৰ কিয় ওলাই আহিছিল ? তাই সঁচাকৈয়ে সেই ৰূপমক বাৰু আঘাত দিছিল নেকি ? সমাজৰ ভয়ত, তাইৰ জাত কুল যোৱাৰ ভয়ত, মাক-দেউতাকে সেইটো কাম কৰিছিল-নেকি ? কিন্তু কৰিলে কিটো হব ? তাইৰ আকৌ অন্তৰত জুই জ্বলিছিল । সেই জুইকুৰা কিন্তু ৰূপমৰ বাহিৰে কোনেও দেখা নাছিল । সেয়েহে ৰূপমে তাইৰ কথা চিন্তা কৰি কবিতা লিখিব লৈছিল ।

সময় আগ বাঢ়িল । পলাশীয়ে পুনৰ ৰূপমক কলে,— ৰূপমদা ! আপুনি কবিতা লিখিবলৈ কাৰ পৰা ইমান প্ৰেৰণা পাইছিল । তাৰ উত্তৰ ৰূপমে কবিতাৰ ভাষাৰে দিছিল—

মনৰ সকলো কথা কলো তোমাকেই
তুমি মোৰ নুবুজিলা চিত,
মৰমৰ ফুল পাহ লেৰেলি শুকালে
হৃদয়ৰ দুৱো পাৰে নামিব যে শীত ।

জানে ৰূপম দা মোৰ হৃদয়ৰ দুয়ো পাৰে শীত নামিবলৈ জানো কিবা বাকী আছে নেকি ? মোৰ কিবা এই জীৱনত ভূত ভৱিষ্যত আছে নেকি ? হয়তো আপুনি মোক লগ পাইছিল সেই উতলা যৌৱনত । আৰু আজি মোৰ আৰু আপোনাৰ সমুখেদি কেইটামান বছৰ পাৰ হ'ল । মই এতিয়া যে কিদৰে জীৱন কটাব ধৰিছো আপুনি বুজিব

কি ? যদি আপুনি মোক সঁচাকৈ ভাল পাইছিল মোক অন্য পথ লবলৈ দিছিল কিয় ? আপুনি মা-দেউতা আৰু ককাইদেউক বুজাব পৰা নাছিল কিয় ? আপুনি ব্যৰ্থতাৰ প্ৰহেলিকা হৈ এই ঘৰৰ পৰা খোজ লৈছিল কিয় ?

আপুনিটো জানেই ৰূপমদা ! আজি মা-দেউতা আছে মোৰ খোজ-খবৰ কৰিছে। কিন্তু মা-দেউতা যিদিনা ঢুকাব, মোৰ এইটো জীৱনৰ খবৰ কোনে কৰিব ? আপুনি হয়তো এই নগৰতেই যদি চাকৰি কৰি থাকিল হেতেন মাজে মাজে মোৰ মনৰ অভাৱ দূৰ কৰিব পাৰিলেহেতেন। কিন্তু আপুনি এতিয়া থাকে চকুৰে মনিব নোৱাৰা ঠাইত। কথাবোৰ কৈ কৈ পলাশী ফেকুৰি উঠিছিল। তেতিয়া সেই ৰূপমে তাইৰ জীৱনটো যে ব্যৰ্থতাৰ প্ৰহেলিকাৰে ভৰি আছে আৰু সেই বৰ্থতাই তাক যে থকাসৰকা কৰিছে বুজি পাইছিল। ৰূপমে পৰিশেষত কবিতাৰে কৈছিল,...

কোনোদিনে কেতিয়াবা প্ৰীতিৰ বাসনা লই
আহা যদি কম মই পদুমিৰ ফুল
তেতিয়াহে বুজি পাবা প্ৰেমৰ মহিমা তুমি
তেতিয়াহে বুজি পাবা কৰি অহা ভুল।

তাৰ পিচত পলাশীয়ে কেৱল ৰূপমৰ মুখৰ ফালে সতৃষ্ণ নয়ন মেলি চাই আছিল। দুয়োজনেই বহু সময় নীৰৱ আছিল। ইতিমধ্যে পৃথিৱীৰ বুকুলৈ এজাক ঘন এন্ধাৰ নামিছিল। ৰূপমে কিন্তু পলাশীক যদিও নিজৰ কৰি লব খুজিছিল সি পৰা নাছিল। হয়তো সি যদি কুৰি শতিকাৰ শেষৰ কিছুমান ডেকা-গাভৰুৰ দৰে নিৰ্লজ্জ আৰু নিধক হ'লহেতেন সি বহুত কিবা কিবিয়ে কৰিব পাৰিলেহেতেন। কিন্তু সি এজন এনেকুৱা প্ৰেমিক যে, সি সেই পলাশীৰ কোমল দেহত হেজাৰ সুবিধা পাইও কোনোদিনে স্পৰ্শ কৰা নাছিল। সি কেৱল পলাশীক ভাল পাবহে শিকিছিল। পলাশীৰ অন্তৰ পূজা কৰিবহে শিকিছিল। তাৰ পিচত ৰূপমে সন্ধ্যা নমাৰ লগে লগে ব্যৰ্থতাৰ প্ৰহেলিকাৰ পিচে পিচে দৌৰিছিল আৰু পলাশীয়ে নিথৰ হৈ সেই শূন্যাৰ ফালে চাই আছিল।

কথাবোৰ কৈ কৈ ৰমেন থমকিল। কিন্তু তেতিয়াও তাৰ দুই ওঁঠত আছিল এজাক হাঁহি। প্ৰেমদাই সেই কাহিনী শুনি দুখতেই চকুলো টুকিছিল। আৰু সুধিছিল, — ৰমেন দা ! আপুনি যিটো

কাহিনী কলে সেই কাহিনীটো মোক উদ্দেশ্য কৰি কোৱা নাইতো।

ৰমেনে প্ৰেমদাক অভিবাদন জনালে আৰু কলে, বুইছা প্ৰেমদা! মই কবি হব পৰা নাই কিন্তু কবিতা লিখো। মই মানুহৰ মন জয় কৰিব পৰা নাই, মোৰ কবিতা গল্পৰ ভাষাৰে কিন্তু চেষ্টা চলাই আছো। লগতে মই তোমাক প্ৰেমদা এই খিনিও কও যে, যদি কেতিয়াবা তুমি তোমাৰ প্ৰেমিক জনৰ অন্তৰত চালি দিয়া বিৰহ-বেদনা আৰু ব্যৰ্থতাৰ প্ৰহেলিকা আঁতৰ কৰাৰ কাৰণে উপযুক্ত হৈ উঠা তেতিয়া সংগোপনে লগ ধৰিবা। মই তোমাক সহায় কৰিবলৈ চেষ্টা চলাম আৰু দুয়ো মিলি কেৱল সংগ্ৰাম চলাম ডেকা-গাভৰু আৰু পুৰুষ-তিৰোতাৰ হৃদয়ত দেখা দিয়া নোপোৱাৰ বেদনা আঁতৰোৱাৰ কাৰণে। কিন্তু সেই দিনটো লৈ আৰো কিমান দিন বাকী? সেই দিনটো আমাৰ সমুখত দেখা দিবনে প্ৰেমদা? কথাবোৰ কৈ কৈ ৰমেন নীৰৱ হৈছিল। প্ৰেমদাই কেৱল সেই ৰমেনৰ অন্তৰৰ ব্যৰ্থতা খিনিকে ভাবি গৈছিল।

কোনোবাই বিতিয়াই কৈছিল ৰমেনক। ৰমেন নাৰী ছলনা-ময়ী—নাৰীয়ে যাদু জানে। তুমি ভাই যাদুকৰৰ যাদুত সাপ নচাৰ দৰে নাচিব এৰা। সময়ক তোমাৰ কঠোৰ শ্ৰমেৰে দখল কৰা। নতুন পুৰুষ আৰু নাৰী সকলক প্ৰেমৰ দোলেৰে বান্ধি নতুন প্ৰেমৰ সন্ধান দিয়া। সেইবোৰ কথা শুনি ৰমেনে আৰো গভীৰ চিন্তাত নিমগ্ন হৈছিল। তাক প্ৰেমদাই করুণ সুৰত কৈছিল,—ৰমেন দা আপোনাক দুখ দিয়াৰ কাৰণে মোক ক্ষমা কৰিব নে? ৰমেনে একো উত্তৰ দিয়া নাছিল। সি খোলা খিৰিকি খনেৰে কেৱল বহল আৰু সেউজীয়া পৃথিৱীখনিৰ ৰূপ সৌন্দৰ্য্য চাই আছিল।

# বিয়াত যোৱা নহ'ল

বিংশ শতাব্দীৰ শেষত ৰূপমে অনুভৱ কৰি দেখা পালে যে,— আজি কালি যি সকল গৰিব আৰু মধ্যবিত্তৰ ঘৰত গাভৰু বিয়া দিয়াৰ উপযুক্ত হৈ আছে সেইবোৰ গাভৰু ছোৱালীৰ বিয়া পতাৰ এটা ডাঙৰ সমস্যা হৈ দেখা দিছে। কিন্তু ৰূপমে দেখি আছে যে,— ধনীৰ ঘৰৰ গাভৰু সকলৰ পাতাং-পুতুংকৈ বিয়া হৈ আছে। লগতে দেশৰ ধনী মহাজন সকলে ছোৱালী বিয়া দিয়া সংক্ৰান্তত হয়তো হেজাৰ হেজাৰ টকা যৌতুক দিয়া প্ৰথাও দেখি আছে। লগতে দেখি আছে ছোৱালীৰ বিয়াত ধনী সকলে গাড়ী, মটৰ, টি,ভি ও উপহাৰ দি আছে। অৱশ্যে সেইটো প্ৰথা যদি দেশত চলি থাকে তেতিয়া হলে দুখীয়া আৰু মধ্যবিত্তৰ ঘৰত থকা গাভৰু সকলৰ বিয়া নহব নেকি? বিয়া আকৌ নহব কিয়? বিয়া হবই। কিন্তু সেই বিয়া হব দুখীয়া আৰু মধ্যবিত্ত সকলৰ মাজত হে। ৰজাৰ ঘৰত খৰি কটাৰ ঘৰৰ ছোৱালী বিয়া দিয়াৰ দিন উকলিল। কাৰণ এতিয়া এদল ধনী মানুহে ভাবে নিজকেই ভগবান বুলি। মৃত্যু কিন্তু সকলোৰে আছে।

সেয়া আছিল ১৯৮৭ চনৰ ছয় মাৰ্চৰ কথা। ৰূপমে কেইদিন মান আগতেই খুবায়েক অৰুণৰ জীয়েক ৰাণুৰ বিয়াৰ নিমন্ত্ৰণী এখন চিঠি পাইছিল। ৰাণুৰ বিয়ালৈ যোৱাৰ কিন্তু ৰূপমৰ একান্ত ইচ্ছা আছিল। সেই বিষয়ে যেতিয়া সি তাৰ ঘৈণীয়েক মৌচুমীৰ সৈতে কথা পাতিছিল,—তেতিয়া মৌচুমীয়ে তাক কৈছিল,— হেৰি, অৰুণ খুৰাৰ জীয়েক ৰাণুৰ বিয়াত আপুনি নোযোৱাটোৱে ভাল হব। কাৰণ আপুনিটো জানেই,— ৰাণুৰ বিয়াত চাৰিওফালৰ পৰা ধনী ধনী মানুহবোৰ গাড়ী মটৰ লৈ আহিব। মূল্যবান উপহাৰ দিব। আপুনি কিটো দিব? আৰু আপুনি যদি ভাল দামী উপহাৰ দিব পাৰে তেনেহলে ৰাণুৰ বিয়াত যাওক। কিন্তু আপুনি বিয়াত গৈ যদি মূল্যবান উপহাৰ দিব নোৱাৰে তেতিয়া হলে আপোনাক মানুহে

ঠাট্টা-বিদ্ৰূপ কৰিব। সেই কথা শুনি ৰূপম মূৰে-কপালে হাত থৈ বহি আছিল।

সময় আগবাঢ়িছিল। ৰূপমে বহু সময় নীৰৱেই আছিল। সি মনতেই ভাবিছিল যে,— তাৰ ঘৈণীয়েক মৌচুমী যিটো কথা কৈছে সেইটো নিৰ্ঘাত সত্য। তাত অকণো অসত্যতা নাই। সি দেখি আছে যে— বিংশ শতাব্দীৰ শেষত ধনীয়ে-ধনীয়ে মিল। দুখীয়া আৰু মধ্যবিত্তৰ সৈতে ধনী সকলে কোনো সম্পৰ্কই ৰাখিব বিচৰা নাই। বৰং সিহঁতেই খেতিয়ক সকলক শোষণ কৰি আছে। কাৰণ সি দেখি আছে যে— যোৱা একুৰি ছয় কি পাঁচ বছৰ জুৰি সি অৰুণ খুৰাকৰ মন বিশ্লেষণ কৰি চালে। তাক কিন্তু অৰুণ খুৰাকে,— সামান্য কেৰাণী বুলি তাৰ প্ৰৱাসৰ ভাৰা ঘৰলৈ এদিনো অহা নাছিল। তাৰ খবৰ বাতৰিও লোৱা নাছিল। অৱশ্যে তাৰ ঘৈণীয়েক মৌচুমীৰ মৰমত তাক তেখেতৰ জীয়েক নাইবা পুতেক সকলৰ বিয়াত নিমন্ত্ৰণ কৰিছিল। মৌচুমীক বিয়া কৰোৱাৰ আগতে তাৰ খোজ খবৰ কৰা নাছিল। আগৰ বিয়া কেইখনত সি যদিও গোটেই কেইজনৰ বিয়াত যাব পৰা নাছিল তথাপি সি কেইজন মানৰ বিয়াত গৈছিল। কিন্তু এইবাৰ ৰাণুৰ বিয়াত যাব পাৰিবনে নাই সি নেজানে? সি পুনৰ ঘৈণীয়েকৰ মুখলৈ চাই কলে,— মৌচুমী! ৰাণু হ'ল— অৰুণ খুৰাৰ সৰু জীয়েক। গতিকে তাইৰ বিয়াত তুমি নাইবা মই গলে ভাল হয় নেকি? তেতিয়া হলে আমাৰ মান-সন্মান অটুট থাকিব। অদূৰ-ভবিষ্যতলৈ হয়তো অৰুণ খুৰাই আমাৰ খোজ-খবৰ কৰিব। তুমি কিন্তু মনত ৰাখিবা আমি নহলেও তাইৰ বিয়া বৈ নাথাকে। বিয়া হৈ যাব— অতি জাকজমকভাৱে।

— তেনে কথা মোক নকব। আপুনি যাব পাৰে কিন্তু মই কেতিয়াও নাযাও। কাৰণ আপুনিটো জানেই মোৰ দেউতা ঢুকোৱাৰ বহুত বছৰ হ'ল। ভাবিছিলো খুৰাই তেখেতৰ জীয়েক কেইজনীক বিয়া দিয়াৰ আগতে মোৰ ভনী দুজনীৰ বিয়া পাতিব। কিন্তু যোৱা কেইবছৰত মই এইখিনিয়ে অনুভৱ কৰিলো যে,— খুৰাই তেখেতৰ জীয়েক বোৰক এজনী এজনীকৈ বিয়া দিলে কিন্তু মোৰ ভনী দুজনীৰ বিয়াৰ কথাকেই চিন্তা নকৰিলে। চিন্তা নকৰিলে আপুনিও, চাইলওক এতিয়া দুয়োজনীৰ দেহৰ পৰা যৌৱনে বিদায়

লগে। কিমান দুখদায়ক সিহঁতৰ জীৱন। এতিয়া মই আৰু সেই অকণ খুৰাক বুজিবলৈ বাকী থকা নাই। কাৰণ তেখেত ধনী হোৱাৰ কাৰণেহে প্ৰতি বছৰেই একোজনী জীয়েক বিয়া দি আছে। তেখেতে চেষ্টা কৰা হলে নিশ্চয় মোৰ ভনী দুজনীৰো বিয়া পাতিব পাৰিলেহেঁতেন। তাকে কৈ মৌচুমী চকুলো টুকিলে।

বেৰত আঁৰি থোৱা ঘড়ীটোত তেতিয়া টং টংকৈ ৰাতি-পুৱাৰ নবজাৰ ঘণ্টি বাজি উঠিছিল। কৃপণে অলপ সচকিত হৈ কলে,— মৌচুমী, আকৌ আধা ঘন্টা বাকী। অফিচলৈ যাব লাগিব নহয়। পিচে তুমি ভাত কেতিয়া ৰান্ধিবা ?

— ভাত কেতিয়াবাই হৈছে। আপুনি গা-পা ধুই আহক গৈ।

— এয়াৰ কথা। বুইছা মৌচুমী। মোৰ বহুত পুৰণি কথা মনত পৰিছে। মোক এক সময়ত পাওঁৰ ঘৰত দেউতাই এয়াৰ কথা কৈছিল,— কথা মানে আগৰ যুগত যিবোৰ পৰিয়ালত গুৰুক ছোৱালী আছিল তেওঁলোক বৰ ভাগ্যবান বোলে। দৰাঘৰৰ পৰা কইনা ঘৰলৈ ভাৰ-ভেটি আহি আছিল। এতিয়া দৰা ঘৰলৈহে ভাৰ-ভেটি পঠাব লগা হৈছে। এতিয়া যাৰ ঘৰত বিয়া দিবলৈ উপযুক্ত হৈ ছোৱালী আছে তেওঁলোক বোলে অতি দুৰ্ভগীয়া। কাৰণ এতিয়া বোলে ধনীৰ ঘৰৰ গাভৰু সকলৰ হে বিয়া হব। দুখীয়াৰ ঘৰৰ গাভৰু বৈ থাকিব। অৱশ্যে জন্ম, মৃত্যু, বিবাহৰ কথা কোনেও নেজানে। কিন্তু দুখীয়া আৰু মধ্যবিত্ত সকলে ছোৱালী বিয়া দিওঁতে বৰ কষ্ট ভোগ কৰিব লাগিব। কাৰণ আজি কালি যি সকল পৰি-য়ালৰ ডেকা ল'ৰা বিয়াৰ উপযুক্ত হৈ আছে তেওঁলোকে ছোৱালী বিয়া কৰিব লাগিলে টকা খোজে। লগতে গাড়ী, মটৰ আৰু নানা ধৰণৰ উপহাৰ খোজে। কিন্তু বিংশ শতাব্দীৰ ডেকা ল'ৰা-বোৰৰ মনোবৃত্তি এনে হব পালে কিয় ? ডেকা ল'ৰা সকল দোষী নে ডেকা ল'ৰা সকলৰ মাক-দেউতাক সকল দোষী ? বুইছা মৌচুমী। মই বহুত ডেকা ল'ৰাৰ সৈতে সেই বিষয়ে কথাও পাতিছো— তেওঁলোক ধন লোলুপ নহয়। কিন্তু তেওঁলোকৰ মাক দেউতাক সকলেহে ধন লোলুপ। (Ambitious) এমবিচিয়াচ ডাক্তৰ, ইঞ্জিনীয়াৰ, অধ্যাপক অথবা আই-এচ অফিচাৰৰ কথাকে নকও বৰং আজি কালি যি কোনো ল'ৰা হলেই ছোৱালী বিয়া কৰাৰ খুজিলে টকা খোজে। কিন্তু কিয় ? তাৰ অৰ্থ কি ? যি ডেকা

ল'ৰাই ঘৰ-সংসাৰ কৰিবলৈ সমৰ্থন নহয় তেওঁলোকে দেখোন বিয়া-ৰাক্ষৰ নাম মুখত নোলোৱাই ভাল। কাৰণ ল'ৰা এটা পঢ়ুৱাবৰ যিমান টকা দৰ্কাৰ হয় ছোৱালী এজনীক স্কুল কলেজ বা বিশ্ব-বিদ্যালয়ত পঢ়ুৱাব লাগিলে একেই টকাৰ দৰ্কাৰ হয়। কিন্তু সম পৰ্য্যায়ৰ শিক্ষিতা এজনী গাভৰু বা ছোৱালীৰ মাক-দেউতাকৰ পৰা ল'ৰাৰ মাক-দেউতাকে কেনেকৈ আৰু কি অৰ্থত টকা, গাড়ী টি, ভি, ঘৰ, মাটি দাবী কৰে? সেইটো এটা আমাৰ সমাজখনত আশ্চৰ্য্য জনক ঘটনা নহয় নে মৌচুমী! লগতে মই এই খিনিও কও যে— ৰাণুৰ বিয়াত তুমি মই গৈ সুধিব লাগিব অৰুণ খুৰাক,— এইটো কথা। কথা মানে ৰাণুক বিয়া দিওতে কিমান হাজাৰ টকা খৰচ হৈছিল?

— আপুনি গলে যাব পাৰে মই কিন্তু নেযাও। তাকে কৈ মৌচুমী পাকঘৰলৈ আগবাঢ়িল। ৰূপমে তেতিয়াও অকলেই চকী খনত এক মিনিট মান বহি আছিল। সম্বিৎ ঘূৰাই পাই সি গা-পা ধোৱাৰ কাৰণে কুঁৱালৈ খোজ লৈছিল।

দিনৰ চাৰে ন বজাৰ লগে লগে ৰূপমে আহি অফিচ পাইছিল। সি চকীখনত বহি কলিং বেল টিপি দিছিল; পিয়ন জহৰলাল সনোৱাল আহি উপস্থিত হৈছিল। ৰূপমে কলে যোৱা বাবুবিলাকৰ এটেণ্ডেন্স খাটাবোৰ লৈ আহাগৈ। হব বুলি পিয়ন জহৰলাল আগ বাঢ়িছিল। এনেকৈ কেইমিনিটমান যোৱাৰ পিছত আকৌ তাৰ ফোনটো কিৰিং কিৰিংকৈ বাজি উঠিছিল। ৰূপমে ফোনটো ৰিচি-ভাৰৰ পৰা তুলি লৈ কৈছিল— ৰূপম হিয়াৰ। মই ভৌমিকে কৈছো। বুইছা মিঃ বৈশ্য, আজি মই এটা প্ৰমোচন পোৱাৰ পাৰ্টি দিম। তই ৰাতি ছয় বজাৰ পিচত মোৰ দফতৰত যেন আহি উপস্থিত হব। ৰূপমে কলে— মিঃ ভৌমিক, মোৰ গুৱাহাটীলৈ যোৱাৰ কথা আছে। আজি মোৰ তিৰোতা জনীৰ পক্ষৰ এজনী গাভৰুৰ বিয়া। যদি বিয়াত যোৱা নহয় তোৰ পাৰ্টিত মই উপস্থিত থাকিম। মিঃ ভৌমিকে কলে— হব বুলি। ৰূপমে ফোনটো পুনৰ ৰিচিভাৰত থলে আৰু তাৰ পিচত সি কামত লাগি গৈছিল।

তেতিয়া দিনৰ ডেৰমান বাজিছিল। আকৌ ৰূপমৰ ৰাণুৰ বিয়া খনলৈ মনত পৰিছিল। কিন্তু মনত পৰিলেও সি এতিয়া যাব নোৱাৰিব। কাৰণ এতিয়া আৰু ৰাণুৰ বিয়ালৈ যোৱাৰ তাৰ

সময় নহব। এনেকৈ ভাবি ভাবি সি দিনটো কটাই দিছিল। আবেলি ছয় বজাৰ লগে লগে পৃথিৱীৰ বুকুলৈ এন্ধাৰ নামিছিল। অফিচ ছুটী হৈছিল। ৰূপমে তাৰ কোঠাৰ পৰা মিঃ ভৌমিকৰ কোঠালৈ খোজ লৈছিল। তাৰ কোঠাত সি দেখিছিল মিঃ শৰ্মা, মিঃ ধৰ আৰু মিঃ চৌধুৰী বহি আছিল। মিঃ ভৌমিকে সোনকালে কেইজনক গিলাচত হুইস্কি বাকী দিছিল। প্ৰতিজনৰ টেবুলৰ ওপৰত গ্লাচ আৰু মাংসৰ প্লেট আনি দিছিল। প্ৰতিজনে আত্মতুষ্টি কৰি সেই দিনা হুইস্কি আৰু মাংস খাইছিল। এনেকৈ ৰাতি ন মান বাজিছিল। মিঃ চৌধুৰীয়ে প্ৰতিজনক গাড়ীত তুলি ঘৰে ঘৰে থৈ গৈছিল। ৰূপমে টলং পলংকৈ আহি ঘৰ সোমাই মৌচুমীক কৈছিল,— মৌচুমী তুমি যেতিয়া ৰাণুৰ বিয়াত যাবলৈ বাধা কৰিছিলা তাৰ কাৰণে মই আজি অনা এটা পাৰ্টি খাবলৈ পাইছিলো। তাকে কৈ ৰূপম মুখ-হাত ধুই ভাত কেইটা খাই শুই পৰিছিল।

কেইদিনমান পিচৰ কথা। এদিন ৰূপম আৰু মৌচুমী আহি অৰুণ খুৰায়েকক লগ ধৰিছিল। ঘৰত সেইদিনা ৰাণু আছিল। ৰাণুৱে লেনাই-লেনাই কৈছিল— ভিনদেউ! আপুনি আৰু বাইদেউ মোৰ বিয়াৰ দিনা অহা নাছিল কিয়? ৰূপমে বৰ বেদনাৰে কৈছিল— ৰাণু! তোমাৰ বিয়াত মই আহিবলৈ বৰ চেষ্টা চলাইছিলো কিন্তু আহিব নোৱাৰিলো। কাৰণ তোমাৰ বায়েৰা মৌচুমীৰ অলপ অসুখ হৈছিল। লগতে জনাই নহয় এনেহে বুলিতো আহিব নোৱাৰো। তাকে কৈ ৰূপমে পুনৰ গৈ খুৰায়েক অৰুণে বহি থকা কোঠালৈ আগবাঢ়িছিল। মৌচুমীয়ে কিন্তু ৰাণুৰ সৈতে ইটো-সিটো কথা পাতি আছিল। ৰূপমে পুনৰ খুৰায়েক অৰুণক সেৱা জনাই কলে,— খুৰাদেউ, মই ৰাণুৰ বিয়াত আহিম বুলি ভাবিছিলো। কিন্তু মৌচুমীৰ অসুখৰ কাৰণে অহা নাছিলো। বাৰু খুৰাদেউ আপুনি কওকচোন ৰাণুৰ বিয়াত কিমান হাজাৰ টকা খৰচ কৰিলে?

— বোপা ৰূপম। সেইবোৰ খবৰ তোমাক লাগিছে কিয়?

— নহয় খুৰাদেউ! ছোৱালী মই নিজেও এদিন বিয়া দিব লাগিব। গতিকে আপোনাৰ পৰা ছোৱালী বিয়া দিব লাগিলে কিমান টকাৰ দৰ্কাৰ হব তাকেহে জানিবলৈ খুজিছো। লগতে মই অভিজ্ঞ মানুহক বৰ সন্মান কৰো। ভক্তি কৰো জ্ঞানী মানুহক।

অৰুণ খুৰাই গদ্‌গদ্‌কৈ ক'লে— ৰূপম, ৰাণুৰ বিয়াত হয়তো মোৰ খৰচ হৈছে পঞ্চাশ হেজাৰ মান টকা। লগতে আন আন বস্তুৰ দাম আছেই। সোণৰ হাৰ দিব লাগে। টি-ভি দিব লাগে। আকৌ বহুত কিবা-কিবি। মানুহক খুৱাব লাগে।

কথা পাতি থাকোতেই— ঘৰত ৰখা বান্ধনি ল'ৰাটোৱে ৰূপম আৰু অৰুণ খুৰায়েকক দুকাপ চাহ দি গৈছিল। ৰূপমে চাহ কাপ খাই আকৌ সুধিলে,— খুৰাদেউ! আপোনাৰ টকা আছে, ধন-সম্পত্তি আছে। আপুনি ৰাণুৰ বিয়াত পঞ্চাশ হেজাৰ টকা খৰচ কৰিলে। কিন্তু দেশৰ গৰিব আৰু মধ্যবিত্ত পৰিয়াল বোৰে এতিয়া ছোৱালী কিদৰে বিয়া দিব। সেই খবৰটো আপুনি জানো ৰাখিছে। ৰখা নাই। সেইবোৰ আপুনি চিন্তা কৰাৰ অৱকাশ বাৰু ক'ত? আপুনি কেৱল দৌৰি আছে।

— মোৰ সেইবোৰ খবৰ ৰখাৰ প্ৰয়োজন নাই ৰূপম। আজিৰ দিনত কোনে কাৰ খবৰ লয়? এতিয়া দেশত দুটা জাতিহে জীয়াই থাকিব। তাৰ মানে ধনী আৰু দুখীয়া। জন্মগত জাত কুল নেথাকিব ৰূপম। সেইটো এটা শুভ লক্ষণ হিন্দু সকলৰ বাবে।

ৰূপমৰ পেটে পেটে বৰ খং উঠিছিল। অৰুণ খুৰায়েকৰ ওপৰত। সি কিন্তু খং উঠিলেও একো কোৱা নাছিল। সি ভদ্ৰ মানুহৰ দৰে খুৰায়েকক মাত দি পুনৰ ঘৈণীয়েক মৌচুমীৰ কাষলৈ গৈ কৈছিল— এতিয়া যাও ব'লা। ৰাণু! তুমি বেয়া নেপাবা। এয়া লোৱা তোমাৰ বিয়াৰ উপহাৰ—

ৰাণুই উপহাৰটো লৈ দেখা পালে এটা সুন্দৰ কবিতা। গ্লাচ লগাই দিছে। ৰাণুই পঢ়ি গ'ল—

বন্দুকটো হাতত লোৱাৰ লগে লগেই
সেই মানুহ জনৰ সৰ্ব্বশৰীৰ কঁপি উঠিছিল,
সি চিঞৰি চিঞৰি কৈছিল
হে বীৰ পুৰুষৰ দল,
তোমালোকে এতিয়া আৰু নেথাকিবা
দেশ সেৱাৰ মুখা পিন্ধি,—
দেশ স্বাধীনতাৰ দিনৰ পৰা যোৱা দুকুৰি বছৰ জুৰি
যি সকলে সৰ্ব্বহাৰাক প্ৰাপ্যৰ পৰা বঞ্চিত কৰিছে

সেই সকলক শাৰী কৰি
এজন এজনকৈ গুলিয়াই মাৰি
ৰাজদণ্ড তুমি লোৱা নিজৰ হাতত—
অন্যথা ৰুদ্ধ দুৱাৰ খোলা নহ'ব
দুখীয়াৰ দুখ একেই থাকিব ইখন দেশত।
মই জানো
আজিৰ পৰা হয়তো পাঁচ কি দহ বছৰ ভিতৰত
লাভখোৰ, ভেটিখোৰ, শোষক নিষ্পেষকৰ দলক
তোমালোকে শাৰী পাতি গুলিয়াই মাৰিলেহে
এই দেশ আগবাঢ়িব প্ৰগতিৰ পথত।
তুমি সুখী হোৱা ৰাণু!
কিন্তু যিসকল ধনীয়ে নিজৰ ছোৱালীক
বিয়া দিওতে ছলিছৰ পৰা পঞ্চাশ হেজাৰ টকা খৰচ কৰে
সেই দলটোক সাৱধান বাণী শুনাই দিয়া হ'ল।
সেই ধনৰ এদিন হিচাপ লোৱা হব
আৰু দেশৰ পুঁজিৰ নামত ভুক্ত কৰা হব।

ৰাণুৱে কবিতাটো পঢ়ি কেৱল ৰূপমৰ ফালে চাইছিল। ৰূপমে সেই ছেগতেই মৌচুমীক লৈ ৰাণুক মাত লগাই নৰেনৰ ঘৰলৈ আগ বাঢ়িছিল। বাটত ৰূপম আৰু মৌচুমীয়ে ইটো-সিটো কথা পাতি গৈ আছিল। প্ৰায় আধা ঘণ্টা মান পিচত দুয়োজনে গৈ নৰেনৰ ঘৰ পাইছিল গৈ। ঘৈণীয়েক আৰু নৰেনে দুয়োজনক ঘৰলৈ নি বহিব দিছিল। দুয়ো বহিছিল। ইতিমধ্যে মৌচুমী গৈ তাইৰ ভনীয়েক কমিৰ লৈতে পাকঘৰত গৈ কথা পাতিছিল। ৰূপমে নম্ৰভাৱে সুধিলে,— বাৰু নৰেন বাবু কওকচোন, আপোনাৰো ছোৱালী আছে আৰু মোৰো ছোৱালী এদিন বিয়া দিব লাগিব। কিন্তু অৰুণ খুৰাৰ দৰে নাইবা সেই বীৰবল্লভ ভৰালীৰ দৰে লাখ টকা খৰচ কৰি আমি ছোৱালী বিয়া দিব পাৰিমনে? মোৰ কিন্তু মনে নকয় নৰেন বাবু। আমি দেখোন দিন গণা মানুহ।
— নৰেনে হাঁহি এটা মাৰি কলে,— হেৰি! মনত ৰাখিব দুখীয়াৰ ঘৰৰ গাভৰু বৈ নাথাকে। জানেই নহয়,— যাৰ ভাৰ্য্যা যাৰ বিদ্যা। আপুনি ইমান ভাবিছে কিয়? জন্ম পাইছে যেতিয়া সিহঁতৰ বিয়া এদিন হৈ যাব।

— কিন্তু মোৰ কথা হ'ল,— দেশৰ ধনী সকলে ছোৱালী বিয়া দিয়া সংক্ৰান্তত যি পথ লৈছে সেই পথ বন্ধ কৰিব নোৱাৰিনে ?

— পাৰি। কিন্তু দেশৰ সৰ্বহাৰাৰ দল জানো এক হব পাৰিব ? দুই নম্বৰ ধান্দা কৰি টকা আয় কৰা বিলাকৰ জানো পোটক তুলিব পাৰিব ? সিহঁতৰ জানো বংশ নাশ হব ? সিহঁতক দীৰ্ঘ জীৱন জেল দিব পাৰিব ?

— আপুনি কওকচোন, ৰাণুৰ বিয়াত মই আৰু মৌচুমী আহিব পৰা নাছিলো— মোৰ নাম কোনোবাই উল্লেখ কৰিছিল নে ? নকৰিলেও নাই, ৰাণুক লগ ধৰি আজি মই উপহাৰ দি আহিছো।

— নাই কৰা ! কোনে কৰিব ? ধনী হোৱা হলে খোজ-খবৰ কৰিলেহেতেন।

হঠাতেই মৌচুমী আহি কলে,— জানে মিঃ কলিতা, মই নিজেই তেওঁক ৰাণুৰ বিয়াত আহিব দিয়া নাছিলো। কাৰণ ধনী মানুহৰ ঘৰৰ বিয়াত যাব লাগিলে ধনী আৰু মূল্যবান উপহাৰ লৈ যাব লাগিব। যথা সময়ত ৰুমিয়ে ভাত দিছিল। ভাত খাই থাকোতেই ৰুমিয়ে কৈছিল,— দাদা ঘৰৰ পৰা আহিছিল। মাও আহিছিল। আমিও গৈছিলো। কিন্তু সন্ধ্যা সাত বজাৰ লগে লগেই আমি ঘৰ চাপিছিলো। ৰুমি আৰু মৌচুমীয়ে ভাত কেইটা খাই অলপ জিৰণি লৈছিল। অলপ পিছত ৰূপমে কলে মিঃ কলিতা আজিয়ে আমি যাম। সোনকালে যাব লাগিব কাৰণ চাৰে সাত বজাৰ গাড়ীত আমি আকৌ চিলঙলৈ যাম। কিন্তু যোৱাৰ আগতে মই এইখিনি কও যে— দেশৰ ধনী মানুহবোৰ মোৰ শত্ৰু নহয়। কিন্তু যিবোৰ মানুহে ৰাইজৰ ধন আত্মসাৎ কৰি ধনী হৈছে সেই বোৰ মানুহে যিদিনা খাটি খোৱাৰ দুখ নিজৰ অন্তৰেৰে অনুভৱ কৰিব পাৰিব,— সেইদিনৰ পৰাহে এই দেশ প্ৰগতিৰ পথত আগবাঢ়িব। তাকে কৈ ৰূপম আৰু মৌচুমীয়ে মটৰ ষ্টেণ্ডলৈ আগবাঢ়িছিল। নৰেন আৰু ৰুমিয়ে দুয়ো জনকেই অলপ আগবঢ়াই থৈছিল।

# গোপন কথা

সচৰাচৰ নাৰীয়ে পুৰুষক কোন কাহানিও মনৰ গোপন কথা কোৱা নাই আৰু নকৰও। কিন্তু কেতিয়াবা দুই এজনী নাৰীয়ে আপোনজনৰ অনুৰোধ ৰক্ষা নকৰাকৈ থকা নাই। অৰূপৰ অনুৰোধ কিন্তু পল্লবীয়ে কম বেচি পৰিমাণে ৰাখিছিল। সেয়েহে এদিন অৰূপে কিন্তু পল্লবীৰ জীৱনত ঘটি যোৱা ঘটনাৰ বুজ লৈ জীয়া মানুহক মনৰ খোৰাক যোগাব পাৰিছিল।

আপোন জনৰ দুখ হলে আপোন জনেহে সেই দুখৰ প্ৰতি সমবেদনা জনাব পাৰে। সুখৰ দুখৰ কথা পাতি এজনে আনজনক বুজনি দিব পাৰে। অৰূপৰ বুকু শুদা কৰি পল্লবীক যিদিনাই মহানন্দই চপাই লৈছিল সেইদিনা কিন্তু এদল মানুহে অৰূপক ইতিকিং কৰিছিল। অৰূপে সেই ঠাট্টা-মস্কৰা নীৰৱে সহ্য কৰি গৈছিল। কিন্তু কালৰ কি কুটিল গতি পল্লবীক দুই-এমাহৰ পিচতেই মহানন্দই ঘৰৰ পৰা খেদি দিছিল। সি পুনৰ ৰেখাৰ সৈতে অবৈধ প্ৰেমত লিপ্ত হৈছিল। পল্লবীয়ে সেই কেলেঙ্কাৰীবোৰ জনাৰ পিচত তাইৰ সৰ্বশৰীৰ কঁপি উঠিছিল।

ৰেখা কোন? সিও এক ৰহস্যময় কাহিনী। কাৰণ মহানন্দই যে ৰেখাৰ সৈতে অবৈধ প্ৰেমত লিপ্ত আছিল সেইবোৰ সকলো গোপন কথাৰ কিন্তু ৰেখাৰ গিৰিয়েকে গম পাইছিল। তথাপি ৰেখাৰ গিৰিয়েকে ৰেখাক বাধা দিব পৰা নাছিল। কাৰণ ৰেখাৰ গিৰিয়েক আছিল শাৰীৰিকভাৱে বাধাগ্ৰস্ত পুৰুষ। তেওঁ কোনোবা এখন সত্ৰৰ গোসাঁই ধুৱাই জীৱন নিৰ্বাহ কৰিছিল। পল্লবীয়ে সেইবোৰ ঘটনা প্ৰবাহ জানি মহানন্দক ঘিণ কৰিছিল।

এদিন যথা সময়ত অৰূপে গৈ পল্লবীক লগ ধৰিছিল। পল্লবী অৰূপক দেখি পৃথিৱীতে থাকি স্বৰ্গ চুকি পোৱা যেন পাইছিল। পল্লবীয়ে অৰূপক বহিব এখন চকী দিছিল। অৰূপ বহিছিল। পল্লবীও আন এখন চকীত বহিছিল। অৰূপে কেৱল বহুত সময়

পল্লবীৰ মুখলৈকে চাই আছিল । সি দেখিছিল, পল্লবীৰৰ চিন্তাক্লিষ্ট । তথাপি অৰূপে কলে,— পল্লবী ! আজি মই তোমাৰ কাষ চাপিছো কেৱল দুটা কথাৰ কাৰণে । আশা কৰো তুমি মোক কৰা আৰু অনুমতিও দিবা ।

— মই একো বুজা নাই অৰূপদা । আপুনি কওকচোন মোৰ পৰা কি কথানো জানিব খোজে ?

অৰূপে হাঁহি এটা মাৰি কলে,— পল্লবী ! মই তোমাৰ পৰা জানিব খোজো নাৰী মনৰ গোপন কথা । তাৰ পিচত তুমি মোক অনুমতি দিব লাগে সেই মহানন্দই যে তোমাৰ জীৱনক লৈ যি খেলা কৰিছিল তাৰ কাৰণে প্ৰতিশোধ লোৱাৰ ।

পল্লবীৰ হঠাতেই সৰ্বশৰীৰ কঁপি উঠিছিল । তাই ভবাই নাছিল যে— তাইৰ জীৱনত ঘটি যোৱা সকলো ঘটনা অৰূপে জনা বুলি । তাই যৌৱনতেই যি দোষ কৰিছিল অৰূপে জানো ক্ষমা কৰিব ? জীৱনৰ প্ৰথম যৌৱনতেই তাই যে হিয়া মন দি অৰূপক ভাল পাইছিল তাৰ বাবে জানো ফাঁকি দিব পাৰিব ? নোৱাৰে । কদাপি নোৱাৰে । তাই যদি অৰূপৰ পবিত্ৰ ভালপোৱাক অৱহেলা নকৰি অন্য পথ নললেহেতেন কিজানি আজি তাইৰ এনে অৱস্থা নহলহেতেন চাগে । কৰি অহা ভুলৰ কাৰণে তাইৰ আজি অনুসূচনা আহিছে । তাই সঁচাকৈয়ে হিয়াহীনা । মহানন্দই তাইক কিয় খেদি দিছিল ? নাইবা মহানন্দক চৰিত্ৰহীন দেখি তাই নিজেই পুৰণি ঘৰখনলৈ আকৌ ঘূৰি আহিছিল নেকি ? তাই হয়তো ভাবিছিল যে,— অৰূপে তাইক পাহৰি যাব । কিন্তু আজি দেখোন অৰূপদা তাইৰ নিচেই কাষত । নহয় তাই আজি এটা কৌশল কৰিব লাগিব । কথাবোৰ ভাবি ভাবি পল্লবী পুনৰ অৰূপৰ ফালে চাই কলে,— অৰূপদা ! আপুনি নাৰী মনৰ গোপন কথা জানি কিটো কৰিব ? তাৰ পৰা জানো আপুনি কিবা লাভবান হব ? লগতে সেই মহানন্দই যে, মোৰ জীৱনক লৈ খেলা খেলিছিল তাৰ ওপৰত কিটো প্ৰতিশোধ লব ?

— সেই অলিখিত ইতিহাসখনি হয়তো পল্লবী কোনেও নিলিখিব । তুমি যে কিমান দুখ কষ্ট আৰু জ্বালা-যন্ত্ৰণা পাইছা তাৰ কাৰণে কেইজনে ভাবিছে ? সেয়েহে মই তোমাৰ মনৰ পৰা নাৰী মনৰ গোপন কথা জানিব বিচাৰো । মই জানো, নাৰী জাতিৰ লাজেই

আভৰণ। কিন্তু সেই নাৰীয়ে যে সৃষ্টি কৰিব পাৰে। সেই সৃষ্টিত বাধা দিয়া পুৰুষক মোৰ মতে কেতিয়াও ক্ষমা কৰিব নালাগে। সিহঁত সমাজৰ কলঙ্ক স্বৰূপ।

— বাৰু সেইবোৰ এৰক। আপুনি যি কৰে কৰিব। মই নিজেও সময়ত জীৱনত ঘটি যোৱা ঘটনাবোৰ কম। পিচে আপুনি কওক-চোন এইবাৰ দেখোন আপুনি মোক একো খবৰ নিদিয়াকৈ আহি ওলাল।

— তুমি বেয়া পাইছানেকি পল্লবী ?

পল্লবীয়ে মিচিককৈ হাঁহি এটা মাৰি কলে,— জানে অৰূপদা মোৰ জীৱনটোৰ দৰে মানুহৰ সমাজত ইমান সংঘাতপূৰ্ণ জীৱন থকা বুলি মোৰ মনে নকয়। কাৰণ মই যেতিয়াই মানুহৰ মুখলৈকে চাও তেতিয়াই মই দেখা পাও মানুহৰ ওঁঠে ওঁঠে হাঁহি। কেৱল হাঁহি নাই মোৰ দু-ওঁঠত। এদিন হয়তো আপুনিও মনত ভাবিছিল আৰু মই নিজেও মন-দাপোণত ভাবিছিলো দুয়ো মিলি এখনি সুখৰ সংসাৰ গঢ়ি তুলিম। সুখৰ গীত গাম। কিন্তু সেইটো মোৰ জীৱনত নঘটিল অৰূপদা। তাকে কৈ পল্লবী ফেকুৰি উঠিল। সেই দৃশ্য দেখি অৰূপ অলপ চিন্তিত হৈছিল। কাৰণ সি ভবাই নাছিল যে নাৰীয়ে ইমান সোনকালে ৰূপ সলাব পাৰে বুলি। তথাপি অৰূপে কলে পল্লবীক, পল্লবী, তুমি দুখ নকৰিবা। ঘটা নাই নাইবা এদিন ঘটিব, তাৰ বাবে মই আচৰিত হোৱা নাই। আচৰিত হৈছো তোমাৰ দৰে এজনী ৰূপৱতী নাৰীৰ জীৱনে এনেকুৱা ৰূপ ললে কিয় ?

কপালখনি দেখুৱাই দি আকৌ পল্লবী ফেকুৰি উঠিছিল। তাইৰ দুচকুৰে সৰসৰকৈ দুধাৰি চকুলো নিগৰিব ধৰিছিল। সেই ছেগতেই অৰূপে কলে,— পল্লবী সময় উকলি যোৱা নাই।

— ৰূপ সলাই পল্লবীয়ে কলে,— অৰূপদা মোৰ জীৱনত সুখৰূপ নঘটিল আৰু নঘটিব। বোধকৰো সুখৰ পিচে পিচে ঘূৰাৰ কাৰণে আজি মোৰ এনে অৱস্থা হ'ল।

— হেৰা সেইবোৰ এৰা। অতীতক পাহৰি যোৱা। এতিয়া নতুন দিনৰ কথা ভবাৰ আমাৰ প্ৰয়োজন হৈছে।

— মই আকৌ কি নতুন কথা ভাবিব পাৰো ? মইটো আপোনাৰ দৰে চিন্তাশীল পুৰুষ নহয়। আপুনি বোলে কেৱল লিখা পঢ়াতেই ব্যস্ত থাকে। কিন্তু আপুনি লিখে কি ? আপুনি জানিব বিচাৰে

কিটো ? বাৰু আপুনি অলপ বহক। মই আপুনি অহা বুলি মাক খবৰটো দিও। তাকে কৈ পল্লৱী আগ বাঢ়িছিল অইন কোঠালৈ।

কোঠাটোত অৰূপে অকলেই বহি বহি অতীতক জুকিয়াই চালে। একসময়ত অৰূপে সেই ঘৰখনত দেখিছিল লোকে লোকাৰণ্য। কেৱল মানুহে মানুহ। হয়তো সেই সময়ত পল্লৱীৰ দেউতাক জীৱন শৰ্মা জীয়াই আছিল। সেই সময়ত পল্লৱীহঁতৰ ঘৰখনত মানুহৰ অভাৱ নাছিল। আজি কিন্তু সি ইমান নিৰিবিলি অনুভৱ কৰিছে কিয় ? পল্লৱীহঁতৰ ঘৰৰ মানুহবোৰ গ'ল কলৈ ? নহয়। অৰূপে ভুল কৰিছে। কাৰণ সি যেতিয়া পল্লৱীহঁতৰ ঘৰৰ কাষৰ এটা ঘৰ ভাৰা কৰি আছিল তেতিয়া যি দেখিছিল জীৱন শৰ্মাৰ জ-জ-ৰ-ৰ অৱস্থা অছিল। আজি কিন্তু জীৱন শৰ্মা নাই। জীৱন শৰ্মাৰ মৃত্যুৰ পিচতেই বোধকৰো পল্লৱীহঁতৰ ঘৰখনত পৰিবৰ্ত্তন ঘটিছিল। পল্লৱী, ককায়েক-ভায়েক, ভনীয়েকসকলৰ কিজানি বিয়া-বাৰু হৈ গৈছে। কিন্তু পল্লৱীয়ে তাইৰ ভায়েক-ভনীয়েকৰ বিয়া-সবাহলৈ তাক কোনো-দিনে নিমন্ত্ৰণ জনোৱা নাছিল। বোধকৰো অৰূপে তাতেই কিবা ভুল কৰিছিল নেকি ? সি যেতিয়া কলেজত পঢ়ি আছিল তেতিয়া কিন্তু পল্লৱীৰ মাক মলয়া আৰু দেউতাক জীৱনে তাক বৰ মৰম কৰিছিল। মৰম কৰিছিল তাক পল্লৱীয়ে। আকৌ অৰূপে নিৰ্জনতা অনুভৱ কৰিছিল। হঠাতে পল্লৱী আহি উপস্থিত। পল্লৱীক দেখি অৰূপে সম্বিৎ ঘূৰাই পাই তাইক সুধিলে,— পল্লৱী। এই ঘৰখনৰ মানুহবোৰ কলৈ গ'ল ?

— আপুনি এইখন ঘৰলৈ কিমান বছৰ পিচত আহিছে ?

— বহু বছৰ পিচত।

— আপুনি এই ঘৰখনৰ কিমান বিবৰ্ত্তন ঘটিছে সেই ইতিহাস হয়তো নেজানে ?

— মই আকৌ জানিম কেনেকৈ। তুমি কলেহে জানিম।

পল্লৱী। চিন্তাত মগ্ন হ'ল। তাই কিটো কব তাকেই ভাবি গ'ল। তাই ভবাই নাছিল যে আকৌ এদিন আহি সেই অৰূপে তাইৰ কাষ চাপিব। তাইৰ খা-খবৰ কৰিব। হয়তো তাই নিজেই সেই অৰূপক পাহৰি যোৱাৰ দৰে তাইকো অৰূপে পাহৰি গৈছে। কিন্তু আজি অৰূপক নিচেই কাষত পাই কি ভাষাৰে তাইৰ মনৰ দুখৰ কথা কব ? তাইক হয়তো কেইবছৰমান আগতে এদিন অৰূপে

কৈছিল,— পল্লবী ! এতিয়া তুমি আৰু এই ঘৰৰ চাৰি বেৰৰ মাজত থাকিব নেলাগে । তুমি তোমাৰ জীৱন সুখেৰে কটোৱাৰ কাৰণে নিজে আগবাঢ়ি আহিব লাগিব । তুমি এইখন ঘৰত থাকিলে বহু কষ্ট পাবা । কাৰণ মাকৰ বাহিৰে বা দেউতাকৰ বাহিৰে এই পৃথিৱীত আপোন নিচেই কম । ভাই-ভনীৰ সৈতে হয়তো তোমাৰ সম্বন্ধ থাকিব যদিহে সমানৰ হব পাৰা । আৰু যদি সমানৰ হব নোৱাৰা তোমাৰ কোনেও কোনোদিনে খবৰ নকৰিব । জীৱনত যেতিয়া আঘাত আৰু সংঘাতৰ সৃষ্টি হয় সেই আঘাত-সংঘাতবোৰক নিজৰ সৎ চিন্তা আৰু হাড় ভঙা শ্ৰমেৰে জয় কৰি জীয়াই থকা দিন কেইটা মানুহৰ সমাজত মানুহৰ দৰে জীয়াই থাকিবলৈ সংগ্ৰাম চলাব লাগিব । নিজৰ জীৱনৰ কথা নিজেহে ভাবিব লাগিব । কোনোৱে কাৰো জীৱনৰ কথা চিন্তা কৰিব নোৱাৰে । তাৰ অৰ্থ হ'ল এই যে— মানুহৰ দৰে স্বাৰ্থী প্ৰাণী এই পৃথিৱীত আন কোনো নাই । মানুহে মানুহৰ জীৱনক লৈ যিবোৰ খেলা কৰে সেই খেলাৰ পুতলা হৈ তুমি যেন এইখন ঘৰত নাথাকা । সেই মহানন্দই এদিন তাৰ সুন্দৰ উত্তৰ পাব । হয়তো তোমাৰ জীৱনত যিটো ঘটনা ঘটিছে সেই ঘটনা বহুতৰে জীৱনত ঘটে । কিন্তু সেই ঘটনাৰ কথা চিন্তা কৰি বহি থাকিলে গোটেই জীৱন কান্দি কান্দি কটাব লাগিব । সেই কথাবোৰ তাইক অৰূপে মাকৰ সমূখত ৰাখি কৈছিল । মাকে মনলৈয়াই হয়তো অৰূপৰ কথাত সিমান গুৰুত্ব দিব পৰা নাছিল । কাৰণ মাকে কিজানি ভাবিছিল যে,— পল্লবী আকৌ তাইৰ বিবাহিত স্বামীৰ ঘৰলৈ উভতি যাব । লগতে পল্লবীয়ে স্বামীৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা খুজি এখনি সুখৰ ঘৰ-সংসাৰ গঢ়ি তুলিব । সেইবোৰ কথা ভাবি ভাবি পল্লবীয়ে কলে,— অৰূপদা ! এতিয়া আপোনাৰ কথা কওক ।

কিছু সময় পাৰ হৈছিল । কোঠাটোৰ দুৱাৰ খিৰিকিবোৰ খোলা আছিল । অৰূপে আকৌ খিৰিকি খনিৰে আকাশখনিলৈ এবাৰ চাইছিল । এই পৃথিৱী আৰু সৌ আকাশ খনিৰ দৰে যদি মাটিৰ মানুহৰ মনবোৰ সিমান বহল হ'লহেতেন কিজানি মানুহৰ সমাজত চলি থকা অপায়-অমঙ্গল নাথাকিলহেতেন । সকলো মানুহে সকলো মানুহক সমান চকুৰে চালেহেতেন । কিন্তু সেইটো এই মাটিৰ পৃথিৱীত অৰূপৰ মতে নহব । কেৱল সি দেখিছে মানুহৰ জীৱনক লৈ মানুহে খেলা কৰা— সেইটো হব পাৰে কিয় ? এই পল্লবীৰ

এনেকুৱা অৱস্থা হ'ল কিয় ? পল্লবী কৰবাত কিবা পাপ কৰিছিল নেকি ? অথবা পল্লবীয়ে নিজকেই অতি ৰূপৱতী বুলি ভাবি কেৱল নিজৰ ৰূপক লৈ গৰ্ব অহঙ্কাৰ কৰিছিল নেকি ? তাই কেতিয়াবা তাইৰ হিয়া দি ভাল পোৱাজনৰ অন্তৰত আঘাত দিছিল নেকি ? নহয় ! তাই কৰবাত কিবা দোষ কৰিছিল নহলে তাইৰ এনেকুৱা সুন্দৰ জীৱন ইমান দুখময় নহ'ল হেতেন। তথাপি অৰূপে মুখ ফুটাই কলে,— পল্লবী ! আজি মই তোমাৰ কাষ চাপিছো এটা বিশেষ কাৰণত। তুমি হয়তো মোৰ আগত অকণো কথা গোপন নকৰাকৈ তোমাৰ জীৱনত ঘটি যোৱা সকলো কাহিনী কবা। লগতে তোমাৰ মনৰ গোপন কথাবোৰ কবা। মই আজি তোমাৰ কাষ চাপিছো এই কাৰণত যে, নাৰীমনৰ গোপন কথাবোৰ নাৰীৰ মুখেৰে প্ৰকাশ পালে মই তাৰে আলম লৈ কিবা এটা সৃষ্টি কৰাত লাগি যাম। হয়তো তোমাৰ মনৰ কথাৰে মই বিশ্বৰ নাৰী জাতিৰ মনৰ গোপন কথাবোৰৰ সন্ধেদ পাম।

— মোৰ মনৰ গোপন কথাবোৰ জনাৰ কাৰণে আপুনি অৰূপদা ইমান হেলেপুৱা কিয় ? মোৰ মনৰ গোপন কথাবোৰ জানিলে জানো আপোনাৰ কিবা উপকাৰ হবনে ? উপকাৰ হব জানো মাটিৰ মানুহৰ ?

— নিশ্চয় হব পল্লবী। কাৰণ মই জনাৰ ভিতৰত এই পৃথিৱীত নাৰীয়ে কৰিব নোৱাৰা কাম বোলে একো নাই।

অৰূপৰ কথা শুনি পল্লবী থতমত খাই গৈছিল। তাই ভবাই নাছিল যে,— অৰূপে তেনে এটা প্ৰশ্ন কৰিব ? তথাপি তাই কলে অৰূপদা ! আপুনি মোৰ জীৱনত ঘটি যোৱা কাহিনীটো জানিব খোজে কিয় ? মই জনাৰ ভিতৰত প্ৰতিটো জীৱনৰ অন্তৰালত একো-খনি গোপন ইতিহাস থাকে। সেই ইতিহাস হ'ল যৌৱনত ঘটি যোৱা যৌন ইতিহাস। যিখন ইতিহাসৰ আদি আছে কিন্তু অন্ত নাই। সেই কথা শুনি আপুনি কিবা লাভবান হব নোক ?

— নিশ্চয় হ'ম পল্লবী। কাৰণ তোমাৰ জীৱনত ঘটি যোৱা ঘটনাবোৰ যদি এক লগ কৰি মানুহৰ সমাজত প্ৰকাশ কৰো তেতিয়া হয়তো অদূৰ ভৱিষ্যতলৈ তোমাৰ দৰে কোনো গাভৰু বা নাৰীয়ে ভুল নকৰিব। বিয়া পতাৰ আগতে প্ৰতিজনী গাভৰুৱে যিজন পুৰুষৰ সৈতে বিয়াত বহিব সেই পুৰুষজনৰ মনৰ কথা লগতে ঘটি যোৱা ইতিহাসবোৰ জানি বুজিহে সেই পুৰুষৰ সৈতে বিয়াত সন্মত দিব।

তোমাক তোমাৰ মা-দেউতাই যিজন পুৰুষৰ লগত বিয়া দিছিল সেই মহানন্দৰ যে চৰিত্ৰ বুলি একো নাছিল সেই কথা তুমি যদি তোমাৰ বিয়াৰ আগতে জানিলাহেতেন তুমি কেতিয়াও সেই বিয়াত সন্মতি নিদিলাহেতেন। হয়তো তুমি বহুত বিবাহিতা তিৰোতা দেখিছা। তোমাৰ দৰেই বহুজনী বিবাহিতা নাৰীয়ে স্বামীক এৰি অকলেই থাকে। কিয় ? তাৰ অৰ্থ কি ? সেই বিষয়ত দোষী কোন ? পুৰুষ নে নাৰী ?

— আপুনিয়ে কওকচোন দোষী কোন ?

অৰূপ অলপ চিন্তিত হৈছিল। সি এতিয়া কাক দোষী কৰিব ? পুৰুষক নে নাৰীক ? তথাপি অৰূপে সাহস গোটাই কলে পল্লৱীক। পল্লৱী ! দোষী কোন অতি সোনকালে কব নোৱাৰিম। কিন্তু মই জনাৰ ভিতৰত তোমাক কেইটামান সৰু-সুৰা ঘটনা ক'ম। হয়তো তুমি তোমাৰ এই নগৰতেই বাস কৰা চানু, চিত্ৰা, ৰেবা, ললিতাৰ জীৱনৰ কথা জানা। সেই কেইগৰাকী তিৰোতাই তোমাৰ দৰে মাক-দেউতাকৰ ঘৰত থাকে। স্বামীয়ে সিহঁতক এৰিছে। কিয় ? তাৰ অৰ্থ কি ? তুমি হয়তো জানা,— এখন তোৰতালৰ বাজনা নুঠে। দুয়োখন লগ কৰি বজালেহে শব্দ হয়। হয়তো তুমি নিশ্চয় জানা যে বৈবাহিক জীৱনত যেতিয়া বিচ্ছেদ ঘটে তেতিয়া সেই জীৱনত বৰ দুখ-দুৰ্গতি হয়। অৱশ্যে তুমি যদি অতি সূক্ষ্ম ভাৱে বিচাৰ কৰি চোৱা প্ৰতিজন পুৰুষ নাইবা নাৰীৰ অন্তৰালত একোখনি গোপন ইতিহাস থাকে। হয়তো তুমি তোমাৰ জীৱনৰ কথাকে ভাবি চোৱা। তোমাক সেইবোৰ ইতিহাস বিবৰি নকলেও হব। কিন্তু এষাৰ কথা চিৰ সত্য যে,— যি নাৰী নাইবা পুৰুষে জীৱনৰ যৌৱনত প্ৰথম ভাল পোৱাজনক অন্তৰত আঘাত হানি অন্য পথ লয় তেনে নাৰী আৰু পুৰুষৰ জীৱনত তেনে ঘটনা ঘটে। বিচ্ছেদৰ জুলা দুই গোটেই জীৱন পুৱাব লগা হয়। সেয়েহে তুমিও তাৰ ব্যতিক্ৰম নহয়। মনত কৰা তুমি কাৰ আদৰক নেওচি অন্য পথ লৈছিলা ?

পল্লৱীয়ে ভবাই নাছিল তাইক তেনেকৈ অৰূপে কব বুলি। কিন্তু তাই হয়তো সেই বিষয়ত দোষী নে তাইৰ মাক মৰমা আৰু দেউতাক জীৱন দোষী আছিল। নাইবা তাইৰ ভায়েক ককায়েক কেইজন দোষী আছিল। তাইটো ভবাই নাছিল যে অৰূপক এৰি

অইন পুৰুষৰ সৈতে ঘৰ-সংসাৰ পাতিব বুলি। কিন্তু তাইক মাক দেউতাক সেই মহানন্দৰ সৈতে বিয়া দিছিল কিয় ? তাৰ কাৰণে তাই দোষী নে তাইৰ মাক-দেউতাক। এতিয়া তাই কাকো দোষ দিব খোজা নাই। দোষী তাই নিজেই। তাই যদি বিয়াৰ আগতে কলেহেতেন,— মা-দেউতা! মোৰ বিয়া মই মোৰ নিজৰ মতেহে পাতিম। মই যিজন পুৰুষক মন-প্ৰাণ দি ভালপাও সেইজন পুৰুষৰ সৈতে বিয়া পাতিম। কিন্তু তাই সেই সত্য কথা ফুটাই কব নোৱাৰাৰ কাৰণেই আজি তাই এনেকৈ থাকিব লগা হৈছে। যদি তাই সেই অৰূপৰ সৈতে বিয়া খনি পাতিলেহেতেন তাই যে কিমান সুখী হ'লহেতেন।

হঠাতেই তাইৰ মাক মলয়া আহি উপস্থিত হৈ পল্লবীক সুধিলে— পল্লবী অৰূপক কিবা চাহপানী দিছা নে নাই ?

— নাই দিয়া মা! আপুনিয়ে দুকাপ চাহ কৰক গৈ। মই অৰূপ দাৰ সৈতে কথা পাতি আছো। পল্লবীৰ কথা শুনি বাৰু বুলি মাক মলয়া আগবাঢ়িল পাকঘৰলৈ। পল্লবীয়ে মাক যোৱাৰ পিচত তাই দুখেৰে কলে অৰূপক, জানে অৰূপদা আপুনি হয়তো বহু বছৰ পিচত এইখন ঘৰলৈ আহিছে। আপুনি নিশ্চয় শুনিছে যে— মোৰ দেউতা কেতিয়াবাই চুকাল, লগতে আৰু কেইজনমান। এতিয়া মোৰ কোনো ভাই-ভনী এইখন ঘৰত নাথাকে। প্ৰতিজনেই বিয়া-বাৰু কৰাই নিজৰ নিজৰ ঘৈণীয়েকক লৈ গৈছে। মাজে সময়ে এই খন ঘৰলৈ সিহঁত আহে। কিন্তু কোনো জনেই মোৰ এই জীৱনৰ পুনৰ সংস্থানৰ কাৰণে চেষ্টা কৰা নাই। আপুনি নাৰী-মন অধ্যয়ন কৰি পাব কিটো ? আপুনিটো জানেই— হেজাৰ লাউ ডাঙৰ হলেও পাতৰ তল। ইতিমধ্যে মাক মলয়াই পল্লবীক মাতিছিল আৰু পল্লবীয়ে অৰূপক কোঠাটোত থৈ পাকঘৰলৈ আগ বাঢ়িছিল।

অৰূপৰ যিটো লক্ষ্য আছিল সেই লক্ষ্য সি পূৰণ কৰিবই। সি আজি পল্লবীক সুধিব। পল্লবী তুমি তোমাৰ এৰি অহা জীৱনৰ অতীত কাহিনী কোৱা। নাৰী মনৰ গোপন কথা কোৱা। লগতে নাৰী মনে কিটো ভাবে তাকো কোৱা সেইবোৰ জানিলে মই তোমাৰ মুখেৰে বিশ্বৰ নাৰী জাতিৰ মনৰ কথাবোৰ প্ৰকাশ কৰিম তুলাৰ পাতত। শুনিব পাইছিলো নাৰীয়ে বোলে নিজৰ স্বাৰ্থসিদ্ধিৰ

কাৰণে কৰিব নোৱাৰা কাম এই সমাজত একো নাই। অৰূপে এষাৰ কথা জানিছিল যে,— পৃথিৱীৰ প্ৰতিজন মহামানৱৰ অন্তৰালত বোলে একোজনী নাৰী আছিল। নাৰীয়ে বোলে হাঁহো বুলি হাঁহিব পাৰে কান্দো বুলি কান্দিব পাৰে। নাৰীয়ে এক হাতেৰে অমৃত চালিব পাৰে আৰু আন হাতেৰে গৰল চালিব পাৰে। এই পৃথিৱীৰ সকলো সংঘাতৰ গুৰিত বোলে নাৰী। অৱশ্যে অৰূপে কিন্তু নাৰী মন সঁচাকৈয়ে অধ্যয়ন কৰাৰ একো ইচ্ছা নাছিল। তাৰ কেৱল ইচ্ছা আছিল এই যে,— সি জীৱনৰ প্ৰথম যৌৱনত যিজনী পল্লৱীক মন-প্ৰাণ দি ভাল পাই পেছিল সেইজনী পল্লৱীৰ সুখৰ জীৱন যেতিয়া দুখময় হৈছিল, তেতিয়া তাইৰ মুখেৰেই তাইৰ জীৱনত ঘটি যোৱা ঘটনাবোৰ সংগ্ৰহ কৰি তাইৰ জীয়াই থকাৰ কাৰণে কিবা এটা পথ যদি সি দেখুৱাই দিব পাৰে তাক নাৰী সমাজে নিশ্চয় প্ৰশংসা কৰিব, লগতে সি যে মানুহৰ দুখ সহ্য কৰিব নোৱাৰে আৰু সেই দেখা দিয়া দুখবোৰক বিদায় দি মানুহ হৈ জীয়াই থকাৰ নতুন পথ প্ৰদৰ্শন কৰিব পাৰে তাৰ কাৰণেহে অৰূপে তাৰ যৌৱনৰ প্ৰথম চিনাকি পল্লৱীৰ কাষ চাপিছিল। এনেবোৰ কথা ভাবি থাকোতেই পল্লৱী আহি কলে— অৰূপ দা আপুনি চাহ খাব নালাগে, চাহ খালে বোলে স্বাস্থ্য বেয়া হয়। মাই চাহ দিবলৈ বাধা দিছে। মাই আপোনাক ভাত দিছে। অৰূপে কলে, হেৰা মোক চাহ দিলেই হ'লহেতেন। ভাত আকৌ দিব লগা হৈছে কিয় ?

— তেনে কথা নকব অৰূপ দা। ৰাতিৰ অতিথি নাইবা দিনৰ অতিথি সাক্ষাৎ বোলে দামোদৰ। এতিয়া বলক। এখাবটা মান বাজিলেই, বাৰু বুলি কৈ অৰূপে বহাৰ পৰা উঠি পল্লৱীৰ পিচে পিচে পাক-ঘৰলৈ খোজ লৈছিল।

## দুই

দিনৰ তেতিয়া এটামান বাজিছিল। বাহিৰত আগোণ মাহৰ ৰ'দ। বাহিৰৰ ৰ'দজাক প্ৰখৰ নাছিল অলপকৈ আছিল মিঠা। আকৌ পল্লৱী আৰু অৰূপ আহি কোঠাটোত থকা দুখন চকীত বহিছিল। দুয়োজনে ইটো সিটোকৈ কথা পাতি আছিল। কথা প্ৰসঙ্গত অৰূপে পল্লৱীক নানা ধৰণৰ কথাই কৈছিল, বুইছা পল্লৱী তুমি আকৌ এনেকৈ অকলসৰে কিমান দিন থাকিবা ? মানুহেটো

নানা কথাই কব পাৰে। কিন্তু তুমি যদি মোৰ কথা শুনা তেনেহলে জীৱনৰ বাকী চোৱা কাল তুমি কোনোবা এজন পুৰুষৰ ছত্ৰছায়াত থাকিব লাগে। যদিও মই তোমাক এক সময়ত মন প্ৰাণ দি যিদৰে ভাল পাইছিলো আৰু এতিয়াও সেই একে ভাৱেই ভাল পাই আছো। কিন্তু তোমাৰ জীৱনটোৰ সংস্থানৰ হকে মই একো কৰিব পৰা নাই। অৱশ্যে মোৰ এটা মন আছে তুমি কিটো কৰিলে সুখী হবা সেইটো কিন্তু মই কৰি দিম। কিন্তু সেই বিষয়ে মোক তুমি আদেশ দিব লাগিব। মই তোমাৰ আদেশ মতে কাম কৰি যাম। কিন্তু মই জানো কোনো বিশ্বৰ নাৰীয়ে এনেকৈ গোটেই জীৱন বিধবা মাকৰ সৈতে থাকি জীৱন অতিবাহিত কৰিব নোৱাৰে। তোমাৰ হয়তো দেউতাৰা ঢুকাইছে। এদিন মায়েৰাও ঢুকাব। তাৰ পিচত তুমি এই সু-বৃহৎ ঘৰখনত কেনেকৈ থাকিবা ? অৱশ্যে আমি প্ৰতিজন জীৱিত মানুহ যোৱাৰ পথত। এদিন আমি মৃত্যু বৰণ কৰিবই লাগিব। কোনেও এই পৃথিৱীত চিৰকাল জীয়াই থাকিব নোৱাৰে। এদিন আগত নাইবা এদিন পিচত আমি এই সংসাৰৰ মায়া মোহ এৰি থৈ যাবই লাগিব।

কথাবোৰ শুনি শুনি পল্লবী অৰূপৰ মুখলৈ চালে আৰু অতি বেদনাৰে কলে,— অৰূপদা ভগবানে মোক দুখ দিছে দিয়ক। গতিকে কপালৰ লিখন জানো কোনোবাই খণ্ডন কৰিব পাৰে ? কপালত যিটো লিখা আছিল তাকেই পাইছো দিয়ক অৰূপদা। এতিয়া যি বুজিছো সকলো মিছা নিজৰ কপালখনহে সঁচা। দেখিছেই নহয় মাছবোৰ যিদৰে পানীত ডুব গৈ আছে আমিও জীয়া মানুহখিনি বায়ু সাগৰত ডুব গৈ আছো। চকুৰ আগতে কিমান দেখিলো উত্থান-পতন। এই পৃথিৱীত মানুহ জন্মি আছে আৰু মৰি আছে। বাধা দিয়া কোনোজন ওলোৱা নাই। তথাপি দেখিছো মানুহে ক্ষন্তেকীয়া জীৱনটো লৈ গৰ্ব্ব অহঙ্কাৰ কৰে। মই নিজেও এদিন ৰূপ-সৌন্দৰ্য্যক লৈ গৰ্ব্ব অহঙ্কাৰ কৰিছিলো। কিন্তু শেষত পালো কিটো ? মই যি ভুল কৰিছিলো সেই ভুলৰ সমাধিস্থ নহব অৰূপদা ! আপুনি হয়তো অতি ব্যস্ত— নাৰী মনৰ গোপন কথা জনাৰ কাৰণে। নাৰীৰ মনত কিটো গোপন কথা থাকিব পাৰে ? পুৰুষসকলে যি খাই জীৱন নিৰ্বাহ কৰে নাৰীয়েও তাকে খাই জীৱন নিৰ্বাহ কৰে। কিন্তু মানুহৰ সমাজত জন্মগত জাত-পাত লৈয়ে মানুহখিনি ক্ষান্ত। মানুহক যে

মানুহ বুলি জ্ঞান কৰিব লাগে লগতে সকলো ধৰ্মকেই যে সমভাৱে জ্ঞান কৰিব লাগে কেইজন মানুহে জানে ? আজি কালি দেখিছোঁই আছো নহয় জন্মগত জাত কুল কেৱল সংৰক্ষিত দুখীয়া সকলৰ মাজত। ধনীসকলৰ মাজত জাত কুল বুলি একো নাই। ক্ষণ চাই সমস্যা সমাধান কৰে।

মোৰ জন্ম হৈছিল পুৰোহিত শ্ৰেণীৰ ঘৰত কিন্তু মই এই জীৱনত পালো কিটো। মইটো একো পোৱা নাই। আপুনিও একো পোৱা নাই। এদিন মই ভাবিছিলো। আপুনি মোৰ এই জীৱনৰ দায়িত্ব লব। কিন্তু সেইটো মা-দেউতা সকলে হব দিয়া নাছিল। মোক বিয়া দিছিল সেই মহানন্দৰ সৈতে। এতিয়া মই আপোনাক মোৰ বৈবাহিক জীৱনৰ বিচ্ছেদ ঘটাৰ কাহিনীয়ে ক'ম। কাৰণ নাৰীয়ে মনত কিটো ভাবে সেই কথা আপুনি হয়তো নিশ্চয় জানে। তথাপি আপুনি যেতিয়া ইমান ইচ্ছুক, মই মোৰ জীৱনত ঘটি যোৱা সকলো ঘটনা কৈ যাম শুনি যাব। মই যি-কণ কথা ক'ম সেইখিনিয়ে হব নাৰী মনৰ গোপন কথা।

তুমি তোমাৰ জীৱনৰ কথা আৰম্ভ কৰাৰ আগতে তোমাৰ দৰে মই তিনিজনী বিবাহিতা নাৰীৰ কথা ক'ম। তিনিও জনীয়ে আছিল বিবাহিতা। প্ৰথমে ক'ম এজনী পাহাৰীয়া নাৰীৰ কথা। তাই জীৱন নিৰ্ব্বাহ কৰিছিল তাইৰ শৰীৰ-তেজ-মঙহ বিক্ৰী কৰি। মাজে মাজে তাই পুৰুষ সকলৰ সৈতে নানা ধৰণৰ খেলা কৰিছিল। তাইৰ কোনো ল'ৰা-ছোৱালী হোৱা নাছিল। তাই কোলাত কেঁচুৱা তুলি লব পৰা নাছিল। তাই কেঁচুৱাৰ হাঁহি দেখা নাছিল। কিন্তু এইজনীয়ে বহুত পুৰুষক বিপথ গামী কৰিছিল। তাইৰ জীৱিকা নিৰ্ব্বাহৰ উপায় কেৱল গাৰ মঙহ বিক্ৰী কৰি জীৱন নিৰ্ব্বাহ কৰা। তাৰ পিচত আৰু দুজনী বিবাহিতা নাৰীৰ কথা। দুয়ো জনীয়ে মাক হৈছিল। কিন্তু দুয়ো জনীৰ যিবোৰ সন্তান হৈছিল সেই সন্তানবোৰ গিৰিয়েকৰ ঔৰসজাত সন্তান নে পৰ-পুৰুষৰ সন্তান সন্দেহ হৈছিল। দুয়ো জনীৰ গিৰিয়েক আছিল শাৰীৰিক ভাৱে দুৰ্ব্বল। দুয়োজনীয়ে বিবাহিত স্বামীৰ পৰা একো মনে খোজা ইন্ধন নাপাই পৰ-পুৰুষৰ লগত গৈ প্ৰেমৰ আদান-প্ৰদান কৰিছিল। সেই খবৰ যেতিয়া মিঃ দে আৰু মিঃ শৰ্মাই জানিছিল সেইদিনাই দুয়োজনৰ একেবাৰকে মৃত্যু হৈছিল। যেনেকৈ তুমি তোমাৰ বিবাহিত

স্বামীয়ে পৰ নাৰীৰ সৈতে প্ৰেমৰ আদান-প্ৰদান কৰাৰ বাবে তুমি এৰি আহিছিলা। মই জানো তুমি সঁচাকৈয়ে বিচাৰিছিলা তোমাৰ দৰে সৎ-চৰিত্ৰৰ এজন পুৰুষ। অৱশ্যে তোমাৰ আৰু মোৰ বাছনিত ভুল নাছিল। কিন্তু কথাতেই কয় নহয়,— 'মনে খোজে ৰজা হবলৈ বিধাতাই নিদিয়ে খুজি খাবলৈ।'' বাৰু এতিয়া তুমি কোৱা, তুমি তোমাৰ মনে ভবা কথা। অৱশ্যে পল্লবী জীৱনত এষাৰ কথা মনত ৰাখিবা।

— কি কথা অৰূপ দা?

— অন্তৰ পূজা কৰিব শিকিলেহে অন্তৰৰ পৰা পূজা পাবা। কাৰণ মানুহৰ ৰূপ সৌন্দৰ্য্য অতি ক্ষন্তেকীয়া। কিন্তু অন্তৰৰ পূজা বা হৃদয়ৰ পূজা চিৰস্মৰণীয়। হৃদয়ৰ পূজাত মগ্ন থাকিব লাগিলে যুগমীয়া সাধনাত ব্ৰতী হব লাগিব।

সময় আকৌ আগ বাঢ়িছিল। পল্লবী প্ৰথম অৱস্থাত তাইৰ জীৱনত ঘটি যোৱা ঘটনাবোৰ কবলৈ ইতস্ততঃ কৰিছিল। কিন্তু অৰূপৰ অনুৰোধ ৰখাৰ কাৰণে তাই জীৱনত ঘটি যোৱা ঘটনাৰ পাতনি মেলিলে। জানে অৰূপ দা! কথাতেই কয় নহয় শগুণে শ খালেও বোলে পাখি ঢাকি খায়। আমিটো মানুহ। লগতে মই নাৰী। নাৰীৰ লাজেই আভৰণ। মই ভবাই নাছিলো মোক মা-দেউতাই এজন পিশাচ পুৰুষৰ সৈতে বিয়া দিব বুলি! মহানন্দই মোৰ জীৱনক লৈ খেলা কৰিছিল। প্ৰতিজনী নাৰীয়ে বিয়াৰ পিচত একোজন শক্তিশালী পুৰুষ পোৱাৰ কাৰণে প্ৰয়াস কৰে। প্ৰয়াস মইও কৰিছিলো অৰূপ দা। মই যিজন পুৰুষক হিয়া দি যৌৱনত ভাল পাইছিলো সেইজন পুৰুষ হয়তো আছিল আপুনি। কিন্তু আপোনাৰ দৰে এজন সুস্থ সবল ডেকাৰ ভাল পোৱা ধ্বংস কৰি মোক যি জন পুৰুষৰ তালৈ গতাই দিছিল সেইজন পুৰুষ আপোনাৰ তুলনাত একোৱেই নহয়। লগতে সেইজন পুৰুষ নামতহে কামত নহয়।

জানেই নহয়,— যি পুৰুষে বিয়াৰ আগতে পৰ নাৰীৰ সৈতে প্ৰেমত আদান-প্ৰদান কৰে তেনে পুৰুষে বিবাহিতা স্ত্ৰীক হিয়া দি ভাল পাব নোৱাৰে। মই সেই মানুহজনৰ যদি তেনেকুৱা কু-চৰিত্ৰ থকা বুলি জানিলোহেতেন হয়তো মোক মা-দেউতাই বিয়া দিব জোৰ কৰিব নোৱাৰিলেহেতেন। এতিয়া মোৰ বহুত পুৰণি কথা মনত

পৰিছে আৰু সেইবোৰ কথাকেই আজি মই আপোনাৰ আগত ক'ম।

সেয়া আছিল হয়তো ১৯৫৩-৫৪ চনৰ কথা। মোৰ বিয়াৰ দুদিন মান পিচৰ কথা। হয়তো জেঠ কি আহাৰ মাহ আছিল। সিমান গৰম পৰা নাছিল— বাহিৰত এজাক কিনকিনীয়া বৰষুণ নামিছিল। মই নিজেও কিবা আশাৰ কাৰণে বৈ আছিলো। পুৰুষৰ বুকুৰ উম লোৱাৰ কাৰণে মই কল্পনা কৰি আছিলো। দিনটো ইটো সিটো কামত ব্যস্ত আছিলো। এনেকৈ থাকোঁতেই পশ্চিম আকাশত সূৰ্য্য ডুব গৈছিল। মোৰ স্বামী মহানন্দই সেইদিনা স্কুলৰ পৰা আহি আবেলি প্ৰায় ছয়মান বজাত ঘৰ সোমাইছিল। মই তেখেতক ভৰি হাত ধুবলৈ পানী দি চাহ আনিবলৈ পাকঘৰত সোমাই-ছিলো। কিন্তু মোৰ ধনাফনা দেখি মোৰ স্বামীৰ ন-বৌয়েক ৰেখাই মোক ঠাট্টা কৰিছিল। মই একো মাত বোল কৰা নাছিলো। মই মহানন্দক চাহ-জলপান আনি দি খাবলৈ কৈছিলো। মোক মহানন্দই কৈছিল— বলা পল্লবী এপাক বজাৰৰ পৰা ফুৰি আহো গৈ। মই কৈছিলো কেইদিনমান পিচত যাম দিয়াক। সেই কথা শুনি মহানন্দই চাহ-জলপান খাই ঘৰৰ পৰা বজাৰলৈ খোজ লৈছিল। ৰাতি ক্ৰমশঃ গভীৰ হৈ আহিছিল। মই ভাত-পানী খাই বাইদেউৰ কাষত বহি আছিলো। মোৰ স্বামীয়ে ভাত-পানী খাই শোৱা কোঠালৈ আগবাঢ়িছিল। মোক ৰেখা বাইদেউই কৈছিল— পল্লবী তুমি একো ভয় নকৰিবা। মহানন্দ বৰ ৰোমাণ্টিক। তোমাক বেচ মৰম কৰিব। তোমাক সুন্দৰ সুন্দৰ গল্প কব। জানাই নহয়— মহানন্দ স্কুল মাষ্টাৰ। তেওঁ বোলে স্কুলত প্ৰতিদিনে ল'ৰা বিলাকৰ আগত সাধুকথা কয়। মাজে মাজে তেওঁ মোক সাধুকথা শুনাইছিল। তুমি অতিকৈ ভাগ্যৱতী। মহানন্দৰ দৰে যে এজন স্বামী পাইছা। তাকে কৈ ৰেখা বাইদেউ নীৰৱ হৈছিল। পল্লবী কিন্তু ৰেখা বায়েকৰ কথা বোৰ শুনি অলপ ইতস্ততঃ হৈছিল। তাইৰ স্বামীয়ে তাইক মৰম কৰিব— তাইক বুকুৰ উম দিব। তাইৰ যৌন কামনা-বাসনা সম্পূৰ্ণ কৰিব পাৰিব। লগতে কৈছিল,— তাইৰ আগত সাধুকথা কব। সেইবোৰ কথা তাইৰ ৰেখা বায়েকে কেনেকৈ জানিছিল? নিশ্চয় তাত কিবা ভিতৰুৱা ৰহস্য আছে। নাইবা মহানন্দ আৰু ৰেখা বাইদেউৰ কিবা বুজা পৰা আছে।

ৰাতি তেতিয়া প্ৰায় বাৰটা মান বাজিছিল। ৰেখাই পল্লবীক

কৈছিল— বলা পল্লবী এতিয়া তোমাক তোমাৰ স্বামীৰ সৈতে লগ কৰি দি আহো। তাকে কৈ ৰেখাই পল্লবীক লৈ মহানন্দই শুই থকা কোঠালৈ খোজ লৈছিল। ৰেখাই পল্লবীক কোঠাটোত সোমাই দি তাই বাহিৰৰ পৰা দৰ্জাখনি জপাই দিছিল। পল্লবীয়ে দৰ্জাখনিৰ মুকটো দি মাজ মজিয়াত থিয় হৈ আছিল। সেই দৃশ্য দেখি মহানন্দই পল্লবীক কৈছিল। পল্লবী এতিয়া ৰাতি বহুত হৈছে। এতিয়া শুই থকা। পল্লবীয়ে হিন্দুৰ ধৰ্মৰ নিয়মমতে ফুল-শয্যাত শোৱাৰ আগতে তাই মহানন্দৰ ভৰি ধুৱাই দি সেৱা জনাই বিছনাত শুই পৰিছিল। তাৰ পিচত দুয়ো কিছু সময় নীৰৱ আছিল। সেই নীৰৱতা ভঙ্গ কৰি মহানন্দই পল্লবীক ইটো-সিটো কথা সুধিছিল। সুধিছিল সেই ৰামচন্দ্ৰ আৰু অৰূপৰ কথা। তাই মহানন্দক একো কোৱা নাছিল। এনেকৈ কেইমিনিটমান গৈছিল। তাৰ পিচত মহানন্দই কিন্তু পল্লবীৰ কাষ চাপি আহিছিল। পল্লবীয়ে জ্বলি থকা লেম্পটো নুমাই দিব কৈছিল। মহানন্দই সেই কথা শুনা নাছিল। সি নাৰী প্ৰেমত অন্ধ হৈ পল্লবীক ............ । সেই দৃশ্য দেখি পল্লবী লাজত চকুযুৰি মুদি দিছিল। তাই কঁপিব ধৰিছিল। সেই কঁপনি অৱশ্যে মহানন্দই অনুভৱ নকৰাকৈ থকা নাছিল। মহানন্দৰ অত্যাচাৰত পল্লবী উচুপি উচুপি কান্দিব ধৰিছিল। হঠাতেই তাইৰ মনত পৰিছিল, বান্ধৱী নিৰু, ৰমলা আৰু মণিমালালৈ। দুই দিন মান আগতে পল্লবীয়ে ৰমলাৰ পৰা কিন্তু মহানন্দৰ চৰিত্ৰৰ কথা জানিছিল। তাইক কিন্তু ৰেখা বায়েকে একো সেই বিষয়ে কোৱা নাছিল। এনেকৈয়ে তাইৰ ৰাতিটো পুৱাইছিল।

ৰাতিপুৱাৰ লগে লগে পল্লবীয়ে শোৱাৰ পৰা উঠি চোতাল সাৰি কুঁৱালৈ গৈ মুখ হাত ধুই, গা-পা ধুইছিল। তাই গা-পা ধুই আহি পাকঘৰত সোমাইছিল। তাই চাহৰ টিপটটো জুই জ্বলাই চৌকাত তুলি দিছিল। তেতিয়া সাত মান বাজিছিল। ৰেখা বায়েকে শোৱাৰ পৰা উঠি মুখ হাত ধুই গা-পা ধুই আহি পাকঘৰত সোমাই পল্লবীক একাপ চাহ খুজিছিল। পল্লবীয়ে বায়েক ৰেখাক চাহ একাপ দিছিল। ঠিক সেই সময়ত ৰেখাই সুধিলে— পল্লবী তুমি মহানন্দক বেড-টি একাপ দিছানে ?

— নাই দিয়া বাইদেউ।

— দিয়া, দিয়া মই এতিয়াই দি আহোগৈ। পল্লবী একাপ চাহ

টিপটৰ পৰা বাকী দিছিল। ৰেখাই চাহ কাপ লৈ আহি মহানন্দই শুই থকা কোঠাত সোমাই দৰ্জা খুলি জগাই মহানন্দক টোপনিৰ পৰা জগাই কলে— মহানন্দ চাহ লোৱা। হেৰা,— মই আকৌ গা-পা ধুব লাগিব। মহানন্দই সুধিলে— চাহ তুমি দিব আহিছা কিয়? পল্লবী ক'ত?

— পল্লবী পাকঘৰত আছে। তাৰ পিছত ৰেখাই মহানন্দক যোৱা ৰাতিৰ সবিশেষ সুধিছিল। মহানন্দই বহুত কথাই কৈছিল। পৰি-শেষত কৈছিল— বুইছা নেবৌ, পল্লবী গোটেই ৰাতিটো কান্দি কান্দি কটাইছিল। সেই কথা শুনি ৰেখাই কৈছিল, তুমি নিশ্চয় তাইক কিবা অত্যাচাৰ কৰিছিলা। লগতে তাই নতুন গাভৰু। মোৰ দৰে তুমি পাইছিলা নেকি? মই যেনেকৈ তোমাৰ অত্যাচাৰ সহ্য কৰিছিলো তাই আকৌ কেনেকৈ সহ্য কৰিব।

পল্লবী সেইবোৰ কথা বেৰৰ কাষত থিয় হৈ সকলো শুনি আছিল। তাইৰ মনটো সেমেকি গৈছিল। সেইদিনা পল্লবীয়ে ৰেখা আৰু মহানন্দৰ মাজত থকা অবৈধ প্ৰেমৰ কাহিনীটো জানিব পাৰি দিনটো কোনোমতে স্বামীৰ ঘৰত কটাই প্ৰায় পাঁচ মান বজাৰ লগে লগে অৰ্থাৎ সন্ধ্যা হোৱাৰ আগে আগে পেহীয়েক বস্তাৰ সৈতে মাক-দেউতাকৰ ঘৰলৈ আশিষ বুলি কোৱাত তাইক পেহীয়েকে বুজাইছিল। পল্লবী নিমগ্ন হৈছিল। তাইৰ দুচকুৰে সৰ সৰ কৈ দুধাৰি চকুলো বাগৰি আহিছিল।

পিচদিনা পেহীয়েক মাক-দেউতাকৰ ঘৰলৈ গৈছিল। তাই কেৱল একেৰাহে এক সপ্তাহমান কান্দিছিল। পল্লবীৰ তেনেকুৱা ৰূপ দেখি গিৰিয়েক মহানন্দই নানা ধৰণৰ কাইদা-কৌশল কৰি তাইক বুজাবলৈ চেষ্টা কৰিছিল। কিন্তু পল্লবীয়ে গিৰিয়েকৰ কথাত একো উত্তৰ দিয়া নাছিল। পল্লবীক ৰেখা বায়েকেও বুজাই-ছিল। তাই কিন্তু বুজ মনা নাছিল। এনেকৈ পল্লবীয়ে চকুলো টুকি টুকি গিৰিয়েকৰ ঘৰত কটাই দিছিল। পল্লবীক গিৰিয়েক মহানন্দই সেই কেইদিনৰ ভিতৰত কিছুমান গাঁৱলীয়া পৰাও কৈছিল। কিন্তু মহানন্দই পল্লবীক বুজাব পৰা নাছিল। এনেকৈয়ে কেইদিনমান পাৰ হৈছিল। পল্লবী আগৰ দৰেই হৈছিল। তাই কেৱল দিনভৰ কামত ব্যস্ত আছিল। ৰাতি পল্লবীয়ে বিছনাত শুই পৰিলেও তাইৰ টোপনি অহা নাছিল। মহানন্দই কিন্তু ক'ত শুম

কৰিছিল সি নিজেই ধৰিব পৰা নাছিল। আকৌ মহানন্দ ৰেখাৰ মাজত মাজে সময়ে আলোচনা হৈছিল। কিন্তু দুয়োজনে দোষ কৰিছিল ক'ত বুজা নাছিল। আকৌ এদিন মহানন্দ আৰু ৰেখাক কিন্তু পল্লবীয়ে অসংলগ্ন অৱস্থাত দেখিছিল। পল্লবীয়ে তাই শোৱা কোঠাৰ পৰা সংগোপনে খোজ লৈছিল।

আবেলি তেতিয়া প্ৰায় পাঁচ মান বাজিছিল। পল্লবীৰ মাক আৰু ভনীয়েক অনিমাই আহি উপস্থিত হৈছিল। পল্লবীয়ে মাকক আৰু ভনীয়েকক বহিবই দিয়া নাছিল। তাই কাপোৰ কানি পিন্ধি ৰেখা বায়েকক মাত দি এন্ধাৰৰ আগে আগে মাকৰ আৰু ভনীয়েকৰ সৈতে নিজৰ ঘৰলৈ খোজ লৈছিল। বাটত পল্লবীয়ে মাকক ঘটিযোৱা ঘটনাৰ সবিশেষ জনাইছিল। মাকে সেই কথা শুনি বাটত একো কোৱা নাছিল। ঘৰ আহি পাই কান্দিছিল। সেই খবৰটো পল্লবীৰ দেউতাকেও জানিছিল।

কেইদিনমান পিচৰ কথা। এদিন মহানন্দই কিন্তু পল্লবীক শহুৰেকৰ ঘৰৰ পৰা তাৰ ঘৰলৈ নিম বুলি পল্লবীৰ কাষ চাপিছিল। পল্লবীয়ে সেই ছেগতেই গিৰিয়েকক কৈছিল— স্কুল মাষ্টৰ যদি চৰিত্ৰহীন হয় সেই মাষ্টৰৰ শিক্ষা লোৱা ল'ৰা-ছোৱালী বিলাকো চৰিত্ৰহীন যে নহ'ব তাত অকণো সন্দেহ নাই। লগতে কৈছিল, আপুনি আকৌ মোৰ কাষ চাপিছে কিয়? ৰেখা বাইদেউ আছে নহয়। তাকে কৈ পল্লবী মহানন্দৰ কাষৰ পৰা অইন কোঠালৈ খোজ লৈছিল। পল্লবীৰ মাক মলয়াই আহি মহানন্দক কৈছিল তুমি এতিয়াই ঘৰৰ পৰা আঁতৰ হোৱা। মহানন্দ থতমত হৈছিল। সেই ছেগতেই পল্লবী পুনৰ আহি গিৰিয়েকক কৈছিল,— দুষ্ট, লম্পট, চৰিত্ৰহীন তুমি এতিয়াই মোৰ মা-দেউতাৰ ঘৰৰ পৰা আঁতৰ হোৱা। মহানন্দই লাজ আৰু অপমানত ভঙা হিয়া লৈ পল্লবীহতৰ ঘৰৰ পৰা খোজ লৈছিল।

কথাবোৰ কৈ কৈ পল্লবী সম্বিৎ ঘুৰাই পাই পুনৰ অৰূপৰ মুখলৈ চাইছিল। আকৌ পল্লবীৰ দুচকুৰ পৰা সৰ্ সৰ্ কৈ চকুলো নিগৰিছিল। তাইৰ মুখপদ্মত বিবৰ্ণৰূপ লৈছিল। ক্ষন্তেকতে পল্লবী শেতা পৰি গৈছিল।

অৰূপে সেই দৃশ্য দেখি স্থিৰেৰে থাকিব পৰা নাছিল। তাৰ বুজিবৰ একো বাকী নাছিল। অৰূপে আকৌ চিগাৰেট এটা জ্বলাই

লৈ হুপিব ধৰিছিল । সি ভবাই নাছিল যে— পল্লবীৰ দৰে এজনী ইমান ধুনীয়া নাৰীৰ জীৱনক লৈ সেই মহানন্দই খেলা কৰিব বুলি । অকাপৰ ভীষণ খং উঠিছিল । খং উঠিছিল পল্লবীৰ মাক মলয়া আৰু দেউতাক জীৱনলৈ । খং উঠিছিল তাইৰ ককায়েক আৰু সৰু ভায়েক কেইজনলৈ । তাৰ মৰমী পল্লবীক যে এনেকুৱা এজন চৰিত্ৰহীন পুৰুষৰ হাতত জাপি দিব সি ভবাই নাছিল । তাৰ হঠাতেই মনত পৰিছিল— পল্লবীৰ সৰু ভনীয়েক – লাতুমণিলৈ । লাতুমণিয়ে কিন্তু তাক পল্লবীৰ বিষয়ে বহুত কথা কৈছিল । লগতে লাতুমণিয়ে— পল্লবীক সাৱধান কৰিও দিছিল । কিন্তু সেই পল্লবীৰ জীৱন ধ্বংসৰ গুৰিত কোন ? তাইৰ মাক-দেউতাক নাইবা ককায়েক নে তাই নিজে ? নহয় পল্লবীৰ গাত অকণো দোষ নাই । পল্লবী কেতিয়াও দোষী হব নোৱাৰে । কথাবোৰ ভাবি ভাবি সি স্বস্তিৰ নিশ্বাস কাঢ়িলে । সম্বিৎ ঘূৰাই পাই সি পুনৰ পল্লবীক সুধিলে— পল্লবী এতিয়া তুমি মোক অনুমতি দিবানে ?

— কেনে ধৰণৰ অনুমতি অকাপ দা ?

— বুইছা পল্লবী ! কথাত কথা ওলায় – যি জনী গাভৰুক মই হিয়া দি ভাল পাইছিলো সেইজনী গাভৰুক মহানন্দই কিয় তাইৰ সতীত্ব হৰণ কৰিব ? সি সতীত্ব হৰণ কৰক— কিন্তু সি যে পবিত্ৰ নহয় । তাৰ মই আজিয়েই প্ৰতিশোধ লম । তুমি পল্লবী মোক অনুমতি দিয়া । পল্লবী অসহায় আৰু নিৰুপায় হৈছিল । তাই একো উত্তৰ দিব পৰা নাছিল । তাই অকাপৰ মুখপদ্মালৈ চাই আছিল ।

তেতিয়া আবেলি চাৰি মান বাজিছিল । অকাপে পল্লবী আৰু পল্লবীৰ বিধবা মাক মলয়াক মাত দি পোনে পোনে খোজ লৈছিল ঘৰলৈ । সি কিন্তু পল্লবীক কোৱা নাছিল যে মহানন্দক মাৰ-ধৰ কৰিব বুলি । খণ্ডত অগ্নিশৰ্মা হৈ অকাপে গাওঁৰ ঘৰলৈ যোৱাৰ পৰিবৰ্তে ৰাজ পথেদি মহানন্দৰ ঘৰলৈ খোজ লৈছিল । কিন্তু কিছুদূৰ আহি অকাপে ৰাজপথত মহানন্দক লগ পাইছিল আৰু তাক সুধিছিল—

— মহানন্দ আপুনি মোক চিনি পায় নে নাই ?

— মই আপোনাক চিনি পোৱা নাই ।

— মোৰ চিনাকি বুলি একো নাই । মই এজন অচিনাকি মানুহ । কিন্তু আজি মই আপোনাক কেইটামান কথা সুধিম । আপুনি সঁচা কথা কবনে ?

— মোৰ যদি শক্তি হয় ক'ম ।
— অৰূপে সুধিলে,— মহানন্দ আপুনি সেই পল্লবীক বিয়া কৰিছিল কিয় ? পল্লবীৰ জীৱনক লৈ খেলা কৰিছিল কিয় ? আপুনি ভাবিছিল পল্লবীৰ কোনো নাই বুলি । কিন্তু আজি চাই লওক— পল্লবীৰ ঘৰৰ মানুহে অৰ্থাৎ মাক-দেউতাক, ভাই-ককাইয়ে আপোনাৰ ওপৰত একো অত্যাচাৰ চলোৱা নাই । কিন্তু সেই পল্লবীক জীৱনৰ প্ৰথম যৌৱনত মন-প্ৰাণ আৰু হিয়া দি ভাল পোৱা পুৰুষ জন মই । লোকৰ ঘৰৰ গাভৰু বিয়া কৰালে নিজৰ চৰিত্ৰ সংশোধন কৰিহে বিয়া কৰাব লাগে । মোৰ নাম অৰূপ । পৰিচয় দিয়ক······ । অৰূপে সেই মহানন্দক যিমান পাৰে সিমান মাৰ-ধৰ কৰিছিল । মহানন্দই মৰিলো মৰিলো বুলি চিঞৰিছিল । তথাপি অৰূপে তাক মাৰ-ধৰ কৰি আছিল । অৰূপৰ মাৰ-ধৰ খাই যেতিয়া মহানন্দই মাটিত বাগৰি পৰিছিল সেই ছেগতেই অৰূপে তাৰ পৰা দেও-দেওকৈ খোজ লৈ এখন ৰিক্সাত উঠি আগ বাঢ়িছিল মহানগৰৰ পৰা উপকণ্ঠত থকা এখন গাওঁলৈ । মহানন্দৰ আত্মীয় কেইজনমানে অৰূপক পিচে পিচে খেদিছিল ।

পিচদিনা— বাতৰি কাকতত এটা খবৰ প্ৰকাশ পাইছিল । মহানন্দ নামৰ এজন মানুহক কোনোবা এজন অচিনাকি মানুহে মাৰ-ধৰ কৰি হস্পিটেলাজ কৰিছে । পুলিচৰ অনুসন্ধান চলি আছে । অসমীয়া বাতৰি খনি খুলি পল্লবীয়ে— সেই খবৰটো পাই আচৰিত হৈছিল । তাই মনতেই ভাবিছিল যে— সেই কাম কাৰো নহয় সেই কাম নিশ্চয় অৰূপ দাই কৰিছে । তাইৰ অৰূপলৈ ঘনাই ঘনাই মনত পৰিছিল । তাৰ ছবিখনি পল্লবীৰ দুচকুৰ আগত ভাহি উঠিছিল ।

এক সপ্তাহ মান পিচৰ কথা । পল্লবীয়ে এখন চিঠি পাইছিল । চিঠিখন লিখিছিল তাইলৈ অৰূপে—

পল্লবী !

তুমি মোক ভুল নুবুজিবা দেই । হয়তো মই সেই মহানন্দক সেইদিনা যমপুৰী দেখুৱাই দিলোহেতেন । কিন্তু মানুহ হত্যা মহা পাপ । সি তোমাৰ ওপৰত তোমাৰ জীৱনক লৈ খেলা কৰিছিল লগতে সমাজৰ কলঙ্কই তোমাক নিষ্প্ৰভ কৰি ৰাখিছিল সেইটো কথা চিন্তা কৰিহে মাৰ-ধৰ কৰা হৈছিল । লগতে এইখিনিও কওঁ যে— অদূৰ ভৱিষ্যতলৈ নাৰীয়েই হওঁক বা পুৰুষেই

হওঁক বিবাহিত পুৰুষ আৰু নাৰীয়ে যেন জীৱনক লৈ খেলা নকৰে সেইটো সকিয়াই দিয়াৰ কাৰণেহে কামটো কৰা হৈছিল। বেছি কথা লিখি তোমাক আমনি নিদিও। মাথোন তোমাক এইখিনি কওঁ যে — যদি বিশ্ববাসীয়ে তোমাক কলঙ্কিণী বুলি ঘিণ কৰে আৰু তোমাক আপোন বুলি গ্ৰহণ নকৰে তথাপি এই অৰূপে তোমাৰ কাৰণে চিৰ কালেই দুৱাৰ খুলি ৰাখিব। আকৌ কওঁ যে — এই অৰূপৰ তোমাৰ প্ৰতি প্ৰেম-প্ৰীতি ভাল পোৱা ৰবফৰ দৰে নিকা আৰু গোলাপ ফুলৰ দৰে স্নিগ্ধ। অৱকাশ পালেই তুমি এই অৰূপক স্মৰণ কৰিবা। তুমি কাষতেই পাবা। মনৰ গোপন কথা দুৰৰ পৰাই কবা। ইতি—

তোমাৰ—

অৰূপ

# ভূমিকা

"The great English Poet P. B. Shelley too could never understand why people wanted anything more than plain bread."

ডাক পিয়নজনে যথা সময়ত পৰাগক এখন চিঠি আনি দিলে। ৰমকজমক দেখি পৰাগে চিঠিখন খুলি চাই দেখিলে বিয়াৰ নিমন্ত্রণী চিঠি। পিয়ন জনে পৰাগক চিঠিখন দি পদূলি মুখৰ জপনাখন খুলি আগবাঢ়িছিল। পৰাগে চকীখনত বহি পিয়নজনকেই চাই আছিল। চিঠিখন পঢ়ি শেষ কৰি তেওঁ ঘৈণীয়েকক মাতিছিল। হিমানী আহি উপস্থিত হৈছিল। পৰাগে ঘৈণীয়েকক দেখি বহিব কৈছিল। হিমানী আন এখন চকীত বহিছিল। পৰাগে বিয়াৰ নিমন্ত্রণী চিঠিখন দিলে আৰু কলে— হিমানী অসীমৰ বিয়া। এতিয়া তুমি বিয়াত যোৱাৰ কাৰণে সাজু হোৱা। যদিও মাহৰ শেষ, মই তোমাক অসীমৰ বিয়াত পঠোৱাৰ কাৰণে চেষ্টা চলাম।

— কোন অসীম হিমানীয়ে সুধিলে।

— কিয় তোমাৰ আনন্দ খুৰাৰ পুতেক অসীম। তুমি পাহৰি গ'লা নেকি?

— অ' হয় নেকি? বাৰু মোক চিঠিখন দিয়কচোন। পৰাগে অসীমৰ বিয়াৰ চিঠিখন হিমানীক দিলে। চিঠিখন হিমানীয়ে খামটোৰ ভিতৰৰ পৰা উলিয়াই পঢ়িব ধৰিলে।

সময় তেতিয়া ৰাতিপুৱা আঠমান বাজিছিল। আঘোণ মাহ। পৰাগে কিন্তু সেইদিনা ৰাতিপুৱা পাঁচ বজাৰ লগে লগেই শোৱাৰ পৰা উঠিছিল। পৰাগ শোৱাৰ পৰা উঠাৰ লগে লগেই তেওঁৰ ঘৈণীয়েক হিমানী আৰু ল'ৰা-ছোৱালী কেইটাই পৰ্ পৰ্ কৈ উঠিছিল। পৰাগে মুখ হাত ধুই ৰাতিপুৱাৰ চাহকাপ খাই অলপ প্রাতঃভ্রমণত ওলাইছিল। নগৰত বাস কৰা মানুহবোৰ তেতিয়াও শোৱাৰ পৰা উঠা নাছিল। কোনোবাই গাই গৈছিল 'উঠৰে উঠ বাপু··· ৰাতি পুৱাইছোৰে।' তেওঁৰ কাষেদি এদল মিলিটাৰী গপ্

গপ কৈ আগবাঢ়িছিল। শকত-আৱত মিলিটাৰী বোৰক দেখি পৰাগৰ মনত বৰ আনন্দ লাগিছিল। কিন্তু পৰাগে দেখিছিল যে, মিলিটাৰী বোৰৰ তুলনাত অফিচাৰবোৰ কমজোৰা। কিয় সেইটো হব পাৰে? তাৰ অৰ্থ কি? তেনেবোৰ কথা ভাবি ভাবি তেওঁ আকৌ কিছুদূৰ গৈ ঘৰলৈ উভতিছিল। প্ৰায় চাৰে পাঁচ বজাত আহি তেওঁ ভাবা ঘৰ পাই দেখিছিল ল'ৰা-ছোৱালী কেইটাই মনোযোগ দি কিতাপ পঢ়ি থকা। হিমানীয়ে চাহ ৰুটি কৰাত ব্যস্ত। পৰাগে আহি চকী খনত বহাৰ কেইমিনিটমান পিচতেই হিমানীয়ে টেবুলত আনি চাহ আৰু শুকান ৰুটি থৈ কৈছিল, চাহ খাওক। পৰাগে চাহ খাবলৈ ধৰিছিল। হিমানী আন এখন চকীত বহিছিল। পৰাগে চাহ খাই উঠি এটা চিগাৰেট জ্বলাই লৈ হুপি হুপি ইটো সিটো কথা সুধিছিল। হিমানীয়েও উত্তৰ দি গৈছিল— সহজ সৰল ভাবে।

সময় আকৌ আগবাঢ়িল। পৰাগে পুনৰ হিমানীৰ ফালে চাই দেখিছিল তেতিয়াও তেওঁ চিঠিখন হাতত লৈ ইফাল সিফাল কৈ থকা। হঠাতে তেওঁ সুধিলে— হিমানীক, তুমি কোৱাচোন আমাৰ বিয়া হোৱাৰ কিমান বছৰ হ'ল?

— আপুনিয়ে হিচাব কৰকচোন।

— আমাৰ বিয়া হোৱাৰ প্ৰায় একুৰি চাৰি বছৰ উকলি গ'ল নহয়নে বাৰু?

— হয়। আপুনি সেইবোৰ পুৰণি কথা খুচৰিব ধৰিছে কিয়? আপুনি নিশ্চয় কিবা ৰহস্য উদঘাটন কৰিব বিচাৰিছে নেকি?

— নহয় অ' হিমানী। তুমিটো বিয়াৰ পিচৰ পৰাই কৈছিলা তোমাৰ আনন্দ আৰু বিনন্দ খুবাদেউ সকলৰ ধন-ঐশ্বৰ্য্য আৰু মান-সন্মানৰ কথা। কিন্তু হিমানী, তুমি কিটো ভবা মই নেজানো। মানুহৰ টকা-পইচা, ধন-সম্পত্তি হলেই যে মানুহ হব পাৰে মোৰ কিন্তু মনে নকয়। তোমাৰ জগানন্দ দদায়েৰাৰ কথা মনত কৰা। স্কুল কলেজত পঢ়ি থকা অৱস্থাত অ'ত ত'ত থাকি পঢ়িছিল। এতিয়া গাড়ী আৰু অট্টালিকাৰ মালিক। টকা-পইচাৰ মালিক। কাৰণ মোৰ মতে প্ৰকৃত মানুহ হব লাগিলে জীৱন ভৰি সাধনা কৰিব লাগিব। মই জনাৰ ভিতৰত সকলো মানুহে ৰূপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ নকৰে। লগতে কিজানি আনন্দ আৰু বিনন্দ খুৰা-হঁতেও কৰা নাছিল। তথাপি মই আচৰিত হৈছো যে, তোমাৰ

খুৰায়েৰা দুয়োজনেই অজস্র ধন-সম্পত্তিৰ মালিক। নগৰত ঘৰ। গাড়ী-মটৰ, চিনেমা হল ইত্যাদি আছে। ল'ৰা-ছোৱালী বিলাকো উচ্চ শিক্ষিত। কেৱল ল'ৰা-ছোৱালীৰ বিয়া-বাৰু পাতিলেহে মোৰ নামত এখন নিমন্ত্রণী চিঠি পঠায়। বচ্। ইমানেই। তেওঁলোকৰ তাতেই কৰ্ত্তব্য শেষ। নহয় জানো। কিন্তু মনত ৰাখিবা— গতানুগতিক ভাবে আমাৰ সুখৰ-দুখৰ মাজেৰে দিনবোৰ গৈ আছে। নদীবোৰ বৈ আছে।
— আপুনি মোৰ পৰা কিটো জানিব বিচাৰে ?
— মই তোমাৰ পৰা হিমানী একো জানিব নিবিচাৰো। কেৱল জানিব বিচাৰো এইখিনি যে,— তোমাৰ খুৰায়েৰা আৰু খুৰীয়েৰা জগতে তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে হেপাহ কৰি আহি আজিলৈকে খোজ-খবৰ কৰা নাই কিয় ? তাৰ অৰ্থ কি ? অ' মই কেৰাণী ; সেই কাৰণে নহয়নে হিমানী ? তাকে কৈ পৰাগ খন্তেকৰ কাৰণে নীৰৱ হৈছিল।

বাহিৰত তেতিয়াও ৰিব্‌ৰিব্ কৈ আঘোণ মাহৰ বতাহজাক বলি আছিল। হিমানী কিন্তু বৰ বিমোৰত পৰিছিল। আজি তেওঁক গিৰিয়েকে ইমান বছৰৰ পিচত তেনেকৈ প্ৰশ্ন কৰিলে কিয় ? তেওঁৰ খুৰায়েকৰ ল'ৰা-ছোৱালী বোৰৰ আগতে বিয়া হৈ যোৱা কেইবাজমৰো বিয়াত গিৰিয়েক গৈছিল। কিন্তু আজি অসীমৰ বিয়াৰ চিঠি পাই তেওঁক ইমানবোৰ প্ৰশ্ন কৰিলে কিয় ? ইয়াৰ ভিতৰত নিশ্চয় কিবা ৰহস্য আছে ! হিমানীয়ে অতীতক জুকিয়াই চালে। হয়, আজি তেওঁক যিবোৰ প্ৰশ্ন কৰিছে গিৰিয়েকে, সেই-বোৰ সকলো সত্য ! কাৰণ তেওঁৰ বিয়াৰ দিনৰ পৰা আজিলৈ হয়তো খুৰায়েক সকলৰ ধন-ঐশ্বৰ্য্যৰ কথাকে স্বামীৰ সৈতে পাতিছিল। গিৰিয়েকেও শুনি গৈছিল। আজি হিমানীয়ে গিৰিয়েকক অলপ খং উঠা দেখিছে। তাৰ আচল অৰ্থ কি ? নহয়, ইয়াৰ ভিতৰত নিশ্চয় কিবা ৰহস্য আছে। তাত বাস্তৱৰ কিবা ছবি আৰু কিবা নিৰ্ঘাত সত্য আছে। কোনো দিনেই নুসুধা কথা আজি তেওঁ হিমানীক সুধিলে কিয় ? তেনেবোৰ কথা ভাবি ভাবি হিমানীয়ে সাহস গোটাই পুনৰ গিৰিয়েকৰ মুখলৈ চাই সুধিলে— হেৰি, আমি আজি অসীমৰ বিয়াৰ চিঠি পাইছো আনন্দহে কৰিব লাগে। কিন্তু আপুনি মোক আজি তেনেবোৰ কথা সুধিব ধৰিছে কিয় ? জগতে আমাৰ বিয়াৰ পিচৰ পৰা আজিলৈ যে আনন্দ আৰু বিনন্দ খুৰাই নাইবা খুৰী

সকলে আৰু তেখেত সকলৰ ল'ৰা-ছোৱালী বিলাকে যে, আমাৰ খবৰ কৰা নাছিল সেইবোৰ কথা সুধিলে কিয় ? ধনী মানুহৰ সৈতে হাল-জুতি মাৰিব খুজিছে কিয় ? ধনীবোৰে দোষ কৰিলেও সাৰি যায়। শাস্তি পায় দুখীয়া সকলেহে।

— জানা হিমানী ! মই সঁচাকৈয়ে বহুত দেৰি কৰিয়ে বুজিলো যে তোমাক আৰু মোক তোমালোকৰ খুৰায়েৰা দুয়োজনেই মানুহ বুলিয়েই গণ্য নকৰিলে। কাৰণ মই জনাৰ ভিতৰত এজনেও তোমাক খুৰায়েৰা সকলৰ ল'ৰা-ছোৱালীৰ বিয়াত নিব অহা নাই। খবৰো কৰা নাছিল।

— হয় অহা নাছিল। তেখেত সকলৰ সময় ক'ত ?

— বাৰু তুমি কোৱাচোন হিমানী, তোমাৰ দুয়োজন খুৰায়েৰাই কাপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰিছিল নেকি ? আগিতে ধনী আছিলনে ?

— মই জনাৰ ভিতৰত দুয়োজনেই কাপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাছিল। কিন্তু এতিয়া দুয়োজনে চেষ্টা আৰু কঠোৰ শ্ৰমত ধনী হৈছে। কিন্তু লগ পালে দুয়োজনে ভালকৈয়ে কথা বতৰা পাতে।

— ভাল কথা হিমানী। কিন্তু তুমিতো জানাই দেশখনে স্বাধীন পোৱাৰ দুকুৰি বছৰ উকলি গ'ল। এতিয়াও মই বাতৰি কাকত আৰু ৰেডিওত মাজে মাজে পঢ়োঁ আৰু শুনিবও পাও যে, দৰিদ্ৰতাৰ সীমা ৰেখাৰ তলত বোলে প্ৰায় আশী ভাগ জনতা আছে। মোৰ মাথোন এটাই দুখ যে, আজিলৈকে ধনীসকলে দেশৰ দুখীয়া সকলক কেনেকৈ ধনী হব লাগে সেই পথটোকে দেখুৱাই দিয়া নাই। দেশৰ ৰজাসকলেও কোৱা নাই। কিন্তু এ'ত ত'ত প্ৰতিদিনে ভাষণ দি আছে। কথাৰ ফুলজাৰি মাৰিও নিৰনুৱা সমস্যাৰো ওৰ পেলোৱা নাই।

— মই আকৌ সেইবোৰ প্ৰশ্নৰ উত্তৰ কেনেকৈ দিম। আপুনিয়ে কওকচোন কোন পথে আগুৱালে খাটি খোৱা মানুহবোৰে দুবেলা দুমুঠি ভাত খাবলৈ পাব। দৰিদ্ৰতাৰ সীমা ৰেখাৰ পৰা ওপৰত উঠিব পাৰিব।

পৰাগে একো মাত বোল কৰা নাছিল। তেওঁ বহুত কথাই ভাবি গৈছিল। হঠাতেই পৰাগৰ এষাৰ কথা মনত পৰিছিল। তেওঁৰ স্বৰ্গীয় খুৰায়েকে কৈছিল যে, ভাগ্য মহাজন ডাঙৰ নে কৰ্ম চাকৰ ডাঙৰ ? তাৰ পিচত তেখেতে কৈছিল,— মানুহ তিনি প্ৰকাৰে ধনী হয় বোলে, যেনে— স্নানে, পানে আৰু দানে।

পৰাগে আজি সুন্দৰকৈ সেইবোৰ কথা উপলব্ধি কৰিছে। কাৰণ তেওঁ যদি আজি হিমানীৰ খুৰায়েক আনন্দ আৰু বিনন্দৰ দৰে ধনী হ'লহেতেন তেওঁক অসীমৰ বিয়াত গাড়ী লৈ মাতিব আহিলহেতেন। নাইবা অসীমক তেওঁক মাতিব পঠালে হেতেন। কিন্তু সেইটো পৰাগৰ ভাগ্যত মিলা নাছিল আৰু নিমিলেও। কাৰণ পৰাগে বিংশ শতাব্দীৰ শেষত দেখা পালে যে, এই পৃথিৱীত মানুহৰ সমাজত অদূৰ ভৱিষ্যতলৈ কেৱল দুটা জাতিহে থাকিব। সেই দুইটা জাতি হ'ল, ধনী আৰু দুখীয়া। তেওঁৰ মতে মানুহৰ সমাজত জন্মগত জাত-কুল একো নেথাকিব। পৰাগৰ মতে সঁচাকৈয়ে এই পৃথিৱীত দুখীয়া হৈ জন্ম গ্ৰহণ কৰিব নেপায়। দুখীয়া হৈ জন্ম গ্ৰহণ কৰাটো অভিশাপ বোলে। কাৰণ তেওঁ যদি সঁচাকৈয়ে ধনী মানুহ হ'ল-হেতেন তেতিয়া হলে অসীমৰ বিয়াত তেওঁৰ দেউতাকে এখন বিয়াৰ নিমন্ত্ৰণী চিঠি নপঠালে হেতেন। তেওঁক নিশ্চয় মাতিব আহিলে-হেতেন। লগতে তেওঁক আৰু তেওঁৰ ঘৈণীয়েক হিমানী আৰু ল'ৰা-ছোৱালীকেইটাক নিব আহিলেহেতেন। আজি আৰু পৰাগৰ বুজাৰ বাকী নাই। এতিয়া তেওঁ কি পথ লব? অসীমৰ বিয়াত মাতিছে যেতিয়া তেওঁ নিশ্চয় সন্মান ৰক্ষা কৰিব লাগিব। নগলেও তেওঁৰ কিন্তু খোজ-খবৰ কৰাত নাই। পৰাগে সেইটো সুন্দৰকৈ জানে। কাৰণ পৰাগে জানে যে, ধনীৰ কোপদৃষ্টিত পৰা আৰু শনিৰ দৃষ্টিত পৰা একেই কথা। অৱশে পৰাগে কিন্তু ধনীসকলক কব খোজে যে, হে ধনী মহাজনসকল তোমালোক কিন্তু ভগবান নহয়। তোমালোকেও মানুহ। মনত ৰাখিবা সকলোৱে একে ঠাইতেই মিলন। সকলো সা-সম্পত্তি, ৰাজ-অট্টালিকা ইয়াতেই ৰৈ যাব। লগত যাব পাপ আৰু পুণ্য।

হিমানী কিন্তু গিৰিয়েকৰ শেষৰ কথাষাৰ শুনি অলপ আচৰিত হৈছিল। হিমানীয়ে ভবাই নাছিল যে, তেওঁৰ স্বামীক আজি অসীমৰ বিয়াৰ চিঠিখনে এনেকৈ বিদ্ৰোহী কৰি তুলিব বুলি। তেতিয়া চোতাল চাকি ৰ'দ উঠিছিল। পৰাগে চকীখন লৈ আকৌ কোঠাত বহা দেখিছিল। হিমানীয়ে পুনৰ গিৰিয়েকক সুধিলে, হেৰি? আপুনি ইমান কথা চিন্তা কৰিছে কিয়? মই অসীমৰ বিয়াত নাযাও। আপুনি যাওক। সেই কথা শুনি পৰাগে একো মতা নাছিল। হঠাতেই পৰাগৰ এষাৰ পুৰণি কথা মনত পৰিছিল।

তেওঁ এদিন বজাৰলৈ গৈ ইটো সিটো কিনি থাকোঁতেই বজাৰত অসীমক দেখিছিল। অসীমেও প্ৰস্তাৱ কৰি আছিল। পৰাগক দেখা পাই কিন্তু অসীমে তেওঁৰ কাষ চপা নাছিল। পৰাগে ভাবিছিল যে অসীমে নিশ্চয় তেওঁৰ কাষ চাপিব। কাৰণ পৰাগে বিয়াৰ পিচৰ পৰাই হিমানীৰ ভায়েক-ভনীয়েক সকলক যিমান মৰম কৰিছিল ঠিক সেইদৰে তেওঁ হিমানীৰ খুৰায়েক সকলৰ ল'ৰা-ছোৱালীবিলাককো নিজৰ বুলিয়ে ভাবিছিল। যোৱা কেইবছৰত পৰাগে মাজে মাজে উপযাচি আনন্দ আৰু বিনন্দ খুৰায়েকৰ ঘৰলৈ গৈছিল। মাজে সময়ে দুই একসাজ ভাত খোৱাও তেওঁৰ মনত পৰে। তথাপি পৰাগে লক্ষ্য কৰিছিল যে, অসীমে তেওঁৰ কাষ চাপিব। কিন্তু অসীমে ইকাষ-সিকাষ কৰিছিল। সেই দৃশ্য দেখি পৰাগে নিজে সক হৈ অসীমৰ কাষ চাপি সহজ সৰল এটা হাঁহি মাৰি সুধিছিল, অসীম তুমি কেতিয়া আহিলা গুৱাহাটীৰ পৰা? অসীমে উত্তৰত কৈছিল, জানে ভিনদেউ। দুই তিনিদিনমান হ'ল। এতিয়া হোটেলতেই আছো। সেই কথা শুনি পৰাগে কৈছিল, বুইছা অসীম, মই আৰু হিমানী থাকোঁতে তুমি কিয় এই নগৰৰ হোটেলত থাকিব লাগে? অসীমে সেই কথা শুনি সেমেনা-সেমেনি কৰিছিল। সি একো উত্তৰ দিব পৰা নাছিল। বহু সময় নীৰৱ থাকি অসীমে পৰাগক কৈছিল,— বাৰু ভিনদেউ! সময় পালে আপোনাৰ তাৰা ঘৰলৈ যাম। পৰাগে সেই স্মৃতি কিন্তু পাহৰি যোৱা নাছিল। পৰাগে একো কোৱা নাছিল। তেওঁ বাটি হোৱা দেখি ততাতয়াকৈ অসীমক এৰি ঘৰলৈ খোজ লৈছিল।

আজিও অৱকাশ পালেই পৰাগে দেশৰ বুকুত দেৱাল হৈ থিয় দিয়া ধনী দুখীয়াৰ ওখ প্ৰাচীৰ খনৰ কথাকেই ভাবে। তেওঁৰ মতে এই পৃথিৱীত সকলো মানুহ সমান। সকলো ধৰ্ম সমান। কিন্তু মানুহৰ সমাজত তেওঁ দেখি আছে নানা জাতি কুলৰ কথা। এটা ধৰ্মই আন এটা ধৰ্মক সক বুলি ভাবে। যেনেকৈ ধনী সকলে দুখীয়া সকলক অতি নিম্ন খাপৰ মানুহ বুলি ভাবে। মানুহে মানুহক সক ভাওৰ বুলি ভবাৰ অন্তৰালত দোষী কোন? মানুহৰ সমাজত সেইবোৰ বৈষম্য দেখি পৰাগৰ খং উঠি যায়। তাৰ বাবে দোষী কোন? ধৰ্ম নে ৰাজনীতি? পৰাগৰ মতে ধৰ্ম আৰু ৰাজনীতি একে কোনো কালেই হব নোৱাৰে। যদি কিছুমান মানুহে ধৰ্মৰ নামত ৰাজনীতি কৰি মন্ত্ৰী, এম. এল. এ. হব খোজে তেনে ধৰ্মক

নেতাক ৰাইজে নিজৰ বহুমূলীয়া ভোটটো দি জয়যুক্ত নকৰাই ভাল হব। কাৰণ তেনে ধৰণৰ ৰাজনীতি কৰা দেশ-সেৱকৰ পৰা দেশৰ আৰু দহৰ কোনো কালেই উন্নতি নহব। তেনেবোৰ কথা আজিও পৰাগে সময় পালেই ভাবে। আৰু ভাবে পৰাগে সেই ফোপোলা দেশ-সেৱক বিলাকৰ ৰাইজক দিয়া প্ৰতিশ্ৰুতি বোৰলৈ।

আঘোণ মাহ। পুহ মাহ পৰিবলৈ মাথোন কেইদিনমান বাকী। হয়তো অসীমৰ বিয়া হিমানীৰ খুৰায়েকে আঘোণ মাহৰ শেষতেই পাতিছে। কিন্তু এতিয়া পৰাগৰ কথা হ'ল তেওঁ অসীমৰ বিয়াত যাবনে বৈণীয়েক হিমানীক পঠাব? হঠাতেই পৰাগৰ ৰাতি-পুৱা পাঁচ বজাৰ কথা মনত পৰিছিল। সেইদিনা তেওঁ শোৱাৰ পৰা পাঁচ বজাতেই উঠি কাৰোবাৰ মুখ দেখিছিল নেকি? পৰাগে ৰাতি-পুৱা শোৱাৰ পৰা উঠি ক'ত কি কৰিছিল সেইবোৰকেই যুকিয়াই চালে। হিমানী কিন্তু তেওঁক একো সোধা নাছিল। হিমানীয়ে গিৰিয়েকক নিমগ্ন দেখি পাকঘৰলৈ খোজ লৈছিল। পৰাগে ৰাতি-পুৱা শোৱাৰ পৰা উঠিয়েই ঘৰৰ পৰা বাহিৰ ওলাই চোতালত খোজ দিছিল। তেওঁৰ সমুখত থকা বাগিচাখনত ফুলি থকা ফুলবোৰ দেখি অন্তৰত মোহ জন্মিছিল। তেওঁ গৈ চোতালৰ পৰা বাগিচাৰ ভিতৰত সোমাইছিল। ৰাতিপুৱা এজাক ঠাণ্ডা বতাহ বলিছিল। পৰাগৰ বৰ ঠাণ্ডা লাগিছিল। ঠাণ্ডা লাগিলেও পৰাগে ফুলি থকা ফুল বোৰৰ মোহ সামৰিব পৰা নাছিল। তেওঁ ফুলৰ সুবাস লৈ ঘূৰি ফুৰিছিল। তেওঁ দেখিছিল শীতৰ ঠেঁটুৱৈ লাগি কিছুমান ফুল মৰহি গৈছিল। মৰহি যোৱা ফুলবোৰ দেখি তেওঁ মনতেই ভাবিছিল যে আজিৰ সমাজত পৰাগ এপাহ মৰহা ফুল।

বিচিত্ৰময় সংসাৰৰ কি বিচিত্ৰ ৰূপ। পৰাগে সেই বিচিত্ৰ ৰূপবোৰ দেখি কেতিয়াবা কেতিয়াবা নিজেই নিজক প্ৰশ্ন কৰিছিল। বাগিচাত প্ৰতিটো ঋতুতেই কম হলেও এডাল নহয় এডাল ফুলৰ গছ ফুলিয়েই থাকে। সেই ফুলবোৰ দেৱ-দেৱীৰ পূজাৰ কাৰণে ফুলে নেকি? সেই ফুলবোৰ ছিঙি সি দেৱ-দেৱীৰ চৰণত থৈ সেৱা জনাব নেকি? মাটিৰ বুকুত কিবা নহয় কিবা এবিধ শস্য লহপহকৈ থাকেই। তেওঁৰ সমুখত থকা মাটিডৰা যিমান সাৰুৱা ঠিক তেনে-দৰে যদি মানুহৰ মনবোৰ সিমান সাৰুৱা হ'লহেতেন তেতিয়া হয়তো তেওঁৰ মতে মানৱ সমাজৰ বৰ উপকাৰ হ'লহেতেন।

এদল কবি সাহিত্যিকে নাৰীক পৃথিৱীৰ সৈতে বিজায় । কিন্তু পৰাগৰ মতে নাৰী জাতি এই পৃথিৱীৰ দৰে সহনশীল নহয় । তেনেবোৰ কথা ভাবি থাকোতেই আকৌ হিমানী আহি উপস্থিত হৈছিল আৰু কৈছিল চাহ খাওক । পৰাগে সেই কথা শুনি টোপনিৰ পৰা সাৰ পোৱা যেন পাইছিল । তেওঁ অতি আগ্ৰহেৰে চাহকাপ খাই উঠি কৈছিল — বুইছা হিমানী, মই যি দেখা পালো নগৰত বাসকৰা মানুহবোৰতকৈ গাৱঁৰ মানুহবোৰ বৰ গৰিব । তাৰ সাৰমম কি কোৱাচোন ? অৱশ্যে তুমিও নগৰতেই জন্ম গ্ৰহণ কৰিছিলা ।

— হিমানীয়ে হাঁহি এটা মাৰি কলে, হেৰি গাওঁৰ ঘৰখনৰ কথাকেই মনত কৰকচোন । তেওঁলোকে যিমান পায় সিমান খায় । সাঁচি-ৰাহি যে খাব লাগে সেই সূত্ৰটো বুজিকে নাপায় । নগৰৰ মানুহবোৰে কিন্তু সাঁচি-ৰাহি খায় । ভৱিষ্যতৰ কথা চিন্তা কৰে ।

— তুমি আৰু মই দেখোন এতিয়া নগৰত থাকো । কিন্তু তুমিয়েই কোৱাচোন আমাক মাহত এই সৰু পৰিয়ালটো চলিবলৈ কিমান টকা লাগে ? মোৰ সীমিত আয়েৰে ঘৰখনকে চলাব পাৰো । টকা জমা কৰাৰ স্বপ্ন মোৰ স্বপ্ন হৈয়ে ৰয় মাথোন । অৱশ্যে টকা সঁচাৰ প্ৰয়োজন নাই যিহেতু মৃত্যুৰ পিচত সকলো ইয়াতে থাকিব । হিমানী নীৰব হৈছিল । তেওঁ একো উত্তৰ দিব পৰা নাছিল । বহুত সময় নীৰব থাকি হিমানীয়ে কৈছিল,— হেৰি মোৰ বহুত পুৰণি কথা মনত পৰিছে । মই তেতিয়া গাৱঁৰ ঘৰত আছিলো । নবিন্দ্ৰই সদায় বিলত মাছ মাৰিছিল । এদিন তেওঁ এটা ডাঙৰ মাছ পাইছিল । সেই মাছটো মায়ে একে সাজতেই ৰান্ধিছিল । আমি সকলোৱে আত্মতুষ্ট কৰি খাইছিলো । কিন্তু ৰাতি ভাত খাবলৈ বহোতে মাই, আমাক দালি আৰু শাক ভজাৰে ভাত দিছিল । নবিন্দ্ৰই মাছৰ কথা সুধিছিল । মাই দিনৰ সাজতেই শেষ হোৱা বুলি কৈছিল । ইয়াৰ পৰা বুজা যায় যে, গাৱঁত বাস কৰা মানুহবোৰ খোৱা-খুলীয়া । ভৱিষ্যতৰ কথা চিন্তা কৰা বিধৰ নহয় ।

— সেই কথা শুনি পৰাগে প্ৰসঙ্গটো সলনি কৰি পুনৰ কলে তুমিয়েই কোৱাচোন এই ভাৰতবৰ্ষৰ গাৱঁবোৰ জীয়াই নাথাকিলে, গুৱাহাটী, কলিকতা, পাটনা, ভুৱনেশ্বৰ, কাণপুৰ, বোম্বে, আহমদাবাদ, দিল্লী, চণ্ডিগড়, অমৃতসৰ, জয়পুৰ, ত্ৰিবান্দ্ৰাম আৰু মাদ্ৰাজ আদি জীয়াই থাকিবনে ? গাৱঁবোৰ দুখীয়া হলে নগৰবোৰ দুখীয়া নহবনে ?

খেতিয়কে ৰাইজে পথাৰত খেতি নকৰিলে নগৰত বাস কৰা মানুহে কি খাই জীৱন যাপন কৰিব ?
— সেইবোৰ এৰক এতিয়া, বিয়াত কোনদিনা যাব তাকে কওক ।
— পৰাগে হিমানীৰ মুখলৈ চালে আৰু কলে অ' তুমি তাৰ মানে ইমান সময় বিয়াখনৰ কথাকেই ভাবি আছিলা নহয় জানো ? চিঠিখন পঢ়ি তুমি কিটো বুজিলা ? বিয়াৰ নিমন্ত্ৰণী চিঠিখনৰ দামেই চাগে হব পাঁচ কি দহ টকা ।
— আপুনি অসীমৰ বিয়াত যাবনে নাই ? নগলে কিন্তু আপোনাক খুৱাদেউ আৰু অসীমে কৃপণ বুলিবদেই । জানেই নহয়, আপুনি ছিলঙত চাকৰি কৰে । ৰাজধানীত থাকে । দূৰৰ পৰাই মানুহবোৰে আপোনাক ধনী মানুহ বুলিয়েই ভাবে । লগতে ভাবে অতি আড়ম্বৰপূৰ্ণ জীৱন আপুনি যাপন কৰা বুলি ।

পৰাগৰ খং উঠিছিল । কাৰণ তেওঁক ঘৈণীয়েকে কৃপণ বুলি কলে কিয় ? কৃপণ যদি তেওঁ হব পাৰিলেহেতেন হয়তো কেতিয়াবাই সৰুসুৰা এজন ধনী মানুহ হব পাৰিলেহেতেন । হিমানী হয়তো ভাবিছিল যে— অসীমৰ বিয়াত তেওঁ নাইবা ঘৈণীয়েক নগলে বেয়া পাব । পৰাগৰ মান সন্মান যাব । পৰাগে পুনৰ হিমানীৰ ফালে চালে আৰু বহু বেদনাৰে কলে,— জানা হিমানী ! ময়ো যদি ৰূপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰিলোঁহেতেন হয়তো তেতিয়া আজি যিবোৰ কথা ভাবিব পৰা হৈছো সেইবোৰ কথা ভাবিব নোৱাৰিলোহেতেন । মানুহৰ পেটত জন্ম পালেই মানুহ নামৰ পৰিচয় হয়তো পোৱা যায় । কিন্তু এই পৃথিৱীত প্ৰকৃত মানুহ হব লাগিলে বহুত সাধনাৰ প্ৰয়োজন । মই ভবাই নাছিলো মানুহ হৈ মানুহে মানুহৰ ওপৰত শোষণ উৎপীড়ন চলাব পাৰে বুলি । ধনীয়ে দুখীয়াক অৱহেলা কৰিব পাৰে বুলি । ক্ষমতাই মানুহক অন্ধ কৰি আছে । মানুহে ক্ষমতাৰ বাবে মোৰ এই দেশখনত প্ৰতিদিনে ৰাজনৈতিক হত্যাকাণ্ড চলাই আছে । সেই ৰাজনৈতিক হত্যাকাণ্ডৰ গুৰিত কোন ? যদি মানুহে মানুহৰ ওপৰত উঠি বজা বহি বজা হোৱাৰ প্ৰয়াস নকৰিলেহেতেন তেতিয়া হয়তো এই মাটিৰ পৃথিৱীখনিয়ে স্বৰ্গৰাজ্য হ'লহেতেন । কিন্তু সেইটো হৈ নুঠিব হিমানী । তুমি বিয়াৰ চিঠিখনি পোৱাৰ লগে লগেই হয়তো তোমাৰ মনটো উৰা মাৰি গৈ অসীমহঁতৰ কাষ পাইছে । তুমি হয়তো বিয়াত গৈ আনন্দ আৰু বিনন্দ খুৱায়েৰা সকলৰ খুৱাদেউ

সকলৰ সৈতে দুখৰ-সুখৰ কথা পাতিব পাৰিবা। কিন্তু কেতিয়াবা তুমি তোমাৰ নিজৰ অৱস্থাৰ কথা চিন্তা কৰিছানে ? সমপৰ্য্যায়ৰ হব নোৱাৰিলে যে মানুহক মানুহে মানুহ বুলি গণ্য নকৰে। অসীমৰ ওপৰৰ ককায়েক-ভনীয়েক সকলৰ বিয়ালৈ যোৱা মনত পৰে। কিন্তু বিয়াৰ পৰা ঘূৰি অহাৰ সময়ত তোমালৈ যে গাখীৰ, কোমল চাউল লগতে মিঠাই পঠাব লাগে সেইবোৰ কোনোজনেই চিন্তা কৰা নাছিল। তুমিও এক সময়ত মই বিয়া খাই আহি ঘৰ পোৱাৰ পিচত সুধিছিলা নহয়।

বুইছা হিমানী। মই যদি তোমাৰ খুৰায়েৰা আনন্দ আৰু বিনন্দ খুৰাৰ দৰে নাম কৰা ধনী হব পাৰিলোহেতেন কৃপণ নামৰ শব্দটো ইয়াত নাখাটিলহেতেন। কৃপণ কোন ? ধনী নে দুখীয়াসকল ? তুমিয়েই দেখিছা কিমান কষ্ট কৰি মই ল'ৰা-ছোৱালীক দুবেলা দুমুঠি ভাত দিছো। ভগবানে সেই সকলোবোৰ কাহিনী জানে। কৃপণতা কৰে কোনে যাৰ হাতত টকা আছে হিমানী। কাৰণ সিহঁতে ভাবে টকা থাকিলেই সকলো কাম হোৱা বুলি।

— আপুনি জানেই দেখোন 'হাউচে বিদ্যা কৃপণে ধন।' ধনী বুলি পৰিচয় দিব লাগিলে কম বেছি পৰিমাণে আপুনি কৃপণ হবই লাগিব। আপোনালোকৰ গাৰ্ব নতু ধনীবিলাকলৈ চাওকচোন। তেওঁলোকে কেনেকৈ গেলা গপত ওকন্দি ফুৰে। মানুহক মানুহ বুলি গণ্য নকৰে। জ্ঞানী আৰু বয়োবৃদ্ধ সকলক উপলুওা কৰে।

সময় আগ বাঢ়িল। পৰাগৰ বহুত পুৰণি কথা মনত পৰি গ'ল। বিয়াৰ পিচৰ পৰাই ঘৈণীয়েকৰ আত্মীয়-স্বজন সকলৰ সৈতে তেওঁ চা-চিনাকি হৈছিল। মাজে সময়ে তেওঁ ঘৈণীয়েকৰ ফালৰ কুটুম সকলৰ ঘৰলৈকেও গৈছিল। কেতিয়াবা দুই-এক সাজ ভাতও খাইছিল। কিন্তু পৰাগে তেওঁৰ বিয়াৰ পিচৰ পৰা আজিলৈ হিমানীৰ খুৰায়েক আনন্দ আৰু বিনন্দ লগতে দুয়োজনৰ ল'ৰা-ছোৱালীৰ পৰা কেৱল টকা পইচা আৰু ধন সম্পত্তিৰ কথাকেই শুনিছিল। গঠনমূলক কামত কোনোজনেই মন নিয়োগ কৰা দেখা নাছিল। অৱশ্যে পৰাগে এক সময়ত যন্ত্ৰৰ দৰেই চলিছিল। ঘৈণীয়েকৰ পক্ষৰ খুৰায়েক সকলৰ ল'ৰা-ছোৱালীৰ বিয়াৰ নিমন্ত্ৰণী চিঠি পালেই বিয়া-সবাহত উপস্থিত হৈ তেওঁৰ সন্মান ৰক্ষা কৰিছিল। কিন্তু তেওঁৰ বিয়াৰ পিচৰ পৰা ১৯৮৪ চনলৈ তেওঁ হিমানীৰ খুৰায়েক সকলক আৰু ল'ৰা-

ছোৱালীক প্ৰৱাসৰ ভাৰা ঘৰত নাইবা গাওঁৰ ঘৰলৈ আহি তেওঁৰ খা-খবৰ কৰা তেওঁ দেখা পোৱা নাছিল। পৰাগেও সেইবোৰ সৰু কথাত চকু দিয়া নাছিল। কিন্তু তেওঁক সময়ে শিকালে। অৱশ্যে তেওঁ হিমানীকো সেই বিষয়ে একো কোৱা নাছিল। তেওঁ নিজেও অনুভৱ কৰা নাছিল। হিমানী তেওঁৰ মুখলৈ চাই আছিল সতৃষ্ণ নয়ন মেলি।

পুনৰ পৰাগে মানুহৰ মনৰ ইতিহাসখনি বুজাৰ কাৰণে চেষ্টা চলাইছিল। এদিন তেওঁক হিমানীয়ে কৈছিল,— ধনেই ধৰ্মৰ মূল, ধন নহলে যায় জাতি কুল। জগতে কৈছিল হেৰি আপুনি ধনী হোৱাৰ চেষ্টা চলাওক। কাৰণ আমাৰ খুৰা সকলৰ দৰে যদি আপুনিও ধনী হব পাৰে, আপুনিও চৌপাশৰ পৰা মান-সন্মান পাব। মানুহে আপোনাক খাতিৰ কৰিব। সমপৰ্য্যায়ৰ হব নোৱাৰিলে আপোন ভাই-ককাইৰ মাজতো কেতিয়াবা চিনাকি নোহোৱা হয়। জগতে কিছুমান গৰ্বী আৰু অহঙ্কাৰী মানুহে নিজৰ দেউতাক জনকো চাকৰ বুলি কৈ নাইবা গাওঁৰ মানুহ বুলি কোৱাত কুণ্ঠাবোধ নকৰে। সেই কথা শুনি তেওঁ হিমানীক কৈছিল, হিমানী। মোক মা-দেউতা আৰু বয়সীয়াল সকলৰ আশীৰ্বাদ লাগে। কাৰণ জানাই নহয়, কোনো মানুহে মৃত্যুৰ সময়ত জগত একো লৈ যাব পৰা নাই। তুমি কি কোৱা হিমানী? এই মাটিয়েই মানুহৰ কাৰণে স্বৰ্গ। মানুহৰ কাৰণে সুকীয়া স্বৰ্গ নাই। মোৰ মতে জীৱনৰ মৃত্যু ঘটিলেই সকলো শেষ।

— সেইটো চিৰসত্য কথা। কিন্তু জীয়াই থকা দিন কেইটা দেখোন আমাক টকা লাগে, টকা নহলে দেখোন এদিনো আমি চলিব নোৱাৰিম।

— বাৰু আজি তোমাক কেইটামান প্ৰশ্ন সুধিম। তুমি উত্তৰ দি যাৱাদেই—এটা সুস্থ সৰল মগজুৰে।

— কেনে ধৰণৰ প্ৰশ্ন কওক চোন।

— আনন্দ আৰু বিমন্দ তোমাৰ সম্বন্ধীয়া বুজাৰেবা নহয়নে?

— হয়।

— তোমাৰ আৰু মোৰ বিয়াৰ পিছৰ পৰা যেই দুয়োজনে জগতে তোমাৰ অভিভাৱকসকলৰ মা'-দেউতাকে তোমাক আৰু মোক বিচাৰি কেতিয়াবা এই প্ৰৱাসৰ ভাৰা ঘৰখনলৈ আহিছেনে?

— অহা নাই।

— তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বিয়া-বাৰু আছিলে আমালৈ এখনি নিমন্ত্ৰণী চিঠি পঠায়। হয়নে নহয় বাৰু?

— হয়।

— আজিলৈকে তোমাক খুৰাদেৱা দুজনে নাইবা তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকে তোমাৰ ইয়ালৈ আহি খা-খবৰ কৰিছেনে?

— নাই কৰা। সময় ক'ত তেখেতসকলৰ।

বুইছা হিমানী কথাত কথা ওলায়। মানুহ ধনী হোৱাতকৈ গৰিব বা দুখীয়া হোৱাই ভাল। যদি তোমাৰ খুৰাদেৱা সকল আৰু তেখেত সকলৰ ল'ৰা-ছোৱালীবিলাক আমাৰ দৰে দুখীয়াৰ সন্তান হ'লহেঁতেন তেতিয়া হয়তো তোমাৰ আৰু মোৰ খবৰ কৰিলে হেঁতেন। কিন্তু আজিলৈকে কোনোজনেই খবৰ লোৱা নাই। হিমানী, মই দুখীয়াৰ সন্তান হ'ব পাৰো, মোৰ টকা পইচা নাইবা ধন-সম্পত্তি নাথাকিব পাৰে, কিন্তু মই ধনীৰ সমুখত উচ্চ শিৰ নত কৰা বিধৰ মানুহ নহয়। মই কঠোৰ শ্ৰম কৰি পেটৰ ভাত মুঠি খাম। অ' এষাৰ কবিতালৈ মনত পৰিছে। স্বৰ্গীয় কবি দুৰ্গা দেৱে অমৰ তীৰ্থত কৈছে—

"এই পৃথিৱীত এয়ে মাথো সঁচা
বাকী সকলোটি তেনেই ভুল,
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল"।

মই দুখীয়াৰ সন্তান হ'ব পাৰো হিমানী। মোৰ বেংকত লাখ লাখ টকা নাথাকিব পাৰে তথাপি মইো এজন তেজ মঙহৰেই মানুহ। মোৰ শৰীৰতো বঙা তেজ বয়। ধনীৰ বঙা তেজ নবৈ বগা তেজ বয় নে? তুমি দেখিছা, মইো দেখিছো, তোমাৰ খুৰাদেৱা সকলৰ কাৰ্টন মহল আছে।। প্ৰতি মাহে হেজাৰ হেজাৰ টকা ঘৰ ভাৰা পায়। সেই বুলি মই আজিলৈকে কোনোজনৰ টকা ধাৰে খুজি কাৰ ওচৰ চপা নাই। মই সৰুৰ ভিতৰত তোমাৰ খুৰাদেৱা আনন্দ আৰু বিমল মোৰ দৰে এক সময়ত দুখীয়াৰ সন্তান আছিল। কথাতেই কয় নহয় চক্ৰবত পৰিবৰ্তন্তে সুখানি চা—দুখানি চা। কথাতেই কয় নহয় আজি ভিখাৰী কাইলৈ ৰজা। মানুহৰ দিনবোৰ সদায় সমানে নাযায়। মেঘৰ ছাঁৰ দৰে মানুহৰ জীৱন। আজি আছো কাইলৈ নাই। এদিন মই প্ৰবাসৰ ঘৰৰ পৰা যে তোমালোকৰ ঘৰত আনন্দ

খুৰায়েৰাক আৰু লগতে দেখিছিলো তেখেতৰ কেইটামান ল'ৰা-ছোৱালী। তোমালোকৰ ঘৰত চাহ কাপ খাই আনন্দ খুৰায়েৰা আৰু ল'ৰা-ছোৱালী কেইটাই খোজ লৈছিল মহিমৰ ঘৰলৈকে। মহিম কোন তুমি হিমানী জানানে? হয়তো সেই মহিমেও অতি নিকৃষ্ট অৱস্থাৰ পৰাই এদিন ধনী সদাগৰ হৈছিল। মই যি বুজিলো, আহল-বহল যাৰ, ৰং তামচা তাৰ। সেয়েহে সেই দিনৰ পৰাই আনন্দ খুৰায়েৰাৰ ওপৰত মোৰ ভাল ভাব নাছিল। আকৌ এদিন মিঃ শৰ্মাই মোক কৈছিল, পৰাগ তুমি টকা কৰা। টকা তোমাৰ হলেই সকলো মানুহে খাতিৰ কৰিব। তুমি সন্মানি ব্যক্তি বুলি পৰিচয় দিব পাৰিবা। মই মিঃ শৰ্মাক উত্তৰত কৈছিলো হেৰি টকাৰ মালিক হলেই সন্মান পাব নোৱাৰে। মিঃ শৰ্মা মনে মনে আছিল। আনন্দ আৰু বিনন্দই কেৱল টকাহে চিনিছিল। মানুহ চিনিবলৈ চেষ্টা কৰা নাছিল। অ' তুমি আজি ভাত ৰান্ধিব নোযোৱা নেকি? এতিয়া দেখোন দহ বাজিবলৈ মাত্ৰ কেই মিনিটমান বাকী।

হিমানী বহাৰ পৰা উঠি পাক ঘৰলৈ আগ বাঢ়িছিল। পৰাগে অকলেই চকীখনত বহি হিমানীৰ খুৰায়েক সকলে তাক কিমান দুখীয়া বুলি অৱহেলা কৰিছিল সেই কথাকেই ভাবি গৈছিল। হয়তো অসীমৰ বিয়া ডিচেম্বৰ মাহৰ সাত তাৰিখে। অসীমৰ বিয়াত তেওঁ যাবনে হিমানীক পঠাব? অৱশ্যে হিমানীক তেওঁ বিয়ালৈ পঠালেও কিন্তু ল'ৰা-ছোৱালীকেইটাক পৰাগে নপঠায়। অসীমৰ বিয়ালৈ মাথোন কেইদিনমান বাকী। পৰাগে কিটো কৰিব একো সিদ্ধান্তত উপনীত হব পৰা নাছিল। ধনী মানুহৰ সন্তানৰ বিয়া। এজন হলেও যাবই লাগিব। অৱশেষত তেওঁ শেষ সিদ্ধান্তত উপনীত হৈছিল। তেওঁ হিমানীকেই অসীমৰ বিয়ালৈ পঠাব। আৰু এইবাৰ তেওঁ লচ্-পচ্‌কৈ বিয়ালৈ নেযাব। কাৰণ পৰাগে যোৱা বিশ কি পঁচিশ বছৰেই আনন্দ আৰু বিনন্দ খুৰায়েকৰ ঘৰলৈকে অহা যোৱা কৰিলে। দুয়োজনৰ ল'ৰা-ছোৱালীবিলাকৰ সৈতেও চা-চিনাকি হৈছিল। কিন্তু তেওঁ কেওৱে পৰা কোনো সৎ উপদেশ পোৱা নাছিল। হয়তো পৰাগ যদি ধনীৰ সন্তান হ'লহেতেন কিজানি তেওঁ চৌপাশৰ পৰা সঁহাৰি পালেহেতেন। এনেবোৰ কথা ভাবি থাকোঁতেই মুনিজুৱৈ তেওঁক আহি কৈছিল, দেউতা আপোনাক ভাত দিছে। পৰাগে বহাৰ পৰা উঠি পাক ঘৰলৈ খোজ লৈছিল।

কেইমিনিটমান পিচৰ কথা । পৰাগে আকৌ পুনৰ গৈ আগৰ কোঠাত বহিছিল । তেওঁৰ বহুত পুৰণি কথা মনত পৰিছিল । তেতিয়া হয়তো দিনৰ এটা মান বাজিছিল । ইতিমধ্যে হিমানী খোৱা বোৱা শেষ কৰি আহি পুনৰ পৰাগৰ কাষ চাপি সুধিছিল, হেৰি আপুনি অসীমৰ বিয়াত যাবনে নাই ?

— তোমাৰ খুৰায়েৰা সকলৰ ঘৰলৈ যোৱাত মোৰ একো আপত্তি নাই । কিন্তু মই এইবাৰ এটা নতুন সিদ্ধান্তত উপনীত হৈছো । কাৰণ আজিলৈকে তোমাৰ খুৰায়েৰা দুয়োজনে নাইবা তেখেত সকলৰ ল'ৰা-ছোৱালীবোৰে এই ঘৰখনলৈ আহিছেনে ? বোধকৰো অহা নাই । যোৱাবেলি পূজাত আনন্দ খুৰায়েৰাৰ জ্যেষ্ঠ পুত্ৰক আৰু বোৱাৰী-য়েকক লগ পাই মই উপযাচি কৈছিলো, তোমালোকে যিহেতু ছুটিত্ৰলৈ আহিছা মোৰ ঘৰতেই থাকিবা । কিন্তু দেবাজনে মোক কৈছিল, আপুনি বেয়া নেপাব আমি হোটেলতে থাকিম । এক সময়ত সেই অসীমেও তাকেই কৈছিল । এতিয়া ভাবি চোৱা হিমানী ! ধনী আৰু দুখীয়াৰ মাজৰ দেৱালখনি কিমান ওখ ? সেই ওখ দেৱালখনি মই, আমি লগতে খাটি খোৱাই যিদিনা ভাঙি দিব পাৰিম লগতে মৰাবৰী বন্দনসকলক ধ্বংস কৰিব পাৰিম সেইদিনাহে এই দেশ, মানুহৰ দেশ হব । এই দেশ সকলোৰে কাম হব । কিন্তু সেই দিনটোলৈ আকৌ কিমান বাকী হিমানী ? মই কিন্তু অপেক্ষাৰত । এতিয়া হিমানী কোৱা কি আশা কৰি মই অসীমৰ বিয়ালৈ আগ বাঢ়িব পাৰো ।

— কিন্তু আপুনি দেখোন আনন্দ খুৰাৰ আন ল'ৰা-ছোৱালীৰ বিয়াত গৈছিল । এইবাৰো গৈ আহক ।

— তেনে কথা নকবা হিমানী । মই এজন এনেকুৱা মানুহ যিজনে সকলোবোৰ কথা অলপ দেৰিকৈ বুজো । মই শেষ সিদ্ধান্তত উপনীত হৈছো হিমানী । দুখীয়াৰ ধনীৰ ঘৰত স্থান নাই । গতিকে তুমি এইবাৰ অসীমৰ বিয়াত নিজেই যাব লাগিব । আৰু মই কিন্তু অসীমৰ বিয়াত নগলো তেওঁলোকক আকাৰে-ইংগিতে বুজাই দিব লাগিব ।

সেয়া আছিল ১৯৮৪ চনৰ সাত ডিচেম্বৰৰ কথা । পৰাগে হাঁহি এটা মাৰি কলে, বুইছা হিমানী ? আমাৰ ল'ৰা-ছোৱালী-কেইটাই তোমাৰ খুৰায়েৰা দুজনক লগতে তেওঁলোকৰ ল'ৰা-ছোৱালী-বোৰক চিনিকে নেপায় । গতিকে ল'ৰা-ছোৱালীকেইটাই অসীমৰ

বিয়াত যোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। এয়া লোৱা বিয়াৰ নিমন্ত্ৰণী চিঠি। লোৱা অহা-যোৱা গাড়ীৰ ভাৰা। লগতে লোৱা বিয়াত দিয়া উপহাৰ। সেই পৰিবৰ্ত্তন দেখি হিমানী থত্মত্ হৈছিল। তেওঁ একো কথা কব পৰা নাছিল। তেওঁ ভবাই নাছিল যে পৰাগে এনে এটা পথ লব বুলি। তথাপি হিমানীয়ে পুনৰ গিৰিয়েকক অনুৰোধ কৰিছিল— হেৰি আপুনি অসীমৰ বিয়াত যাওক। অদূৰ ভৱিষ্যতলৈ আমাক চিঠিৰে মাতিলে আমি আৰু সেই বিয়ালৈ নাযাওঁ বুলি খুৰাদেউ সকলক লগ পালে মই কম। বিয়াৰ নিমন্ত্ৰণী চিঠি-বোৰ কেনেকুৱা মানুহক কেনেকৈ পঠায় তাৰ সুন্দৰ ইতিহাস কম।

পৰাগে বহু বেদনাৰে হিমানীক কলে,— বুইছা হিমানী তুমিয়েই এদিন মোক কৈছিলা নহয় জীয়াই থাকিব লাগিলে প্ৰতি পদক্ষেপত টকাৰ প্ৰয়োজন। কিন্তু হিমানী মই চকুৰ আগতেই দেখা পালো টকা থকা মানুহখিনিয়ে যে, দুখীয়া সকলক মানুহ বুলি গণ্য নকৰে তাৰ প্ৰমাণ হ'ল তোমাৰ খুৰায়েৰা আনন্দ আৰু বিনন্দ হয়নে নহয় কোৱাচোন? তাকে কৈ পৰাগে পুনৰ হিমানীক সকলো-বোৰ সমজাই দিলে। পুনৰ হিমানীয়ে পৰাগৰ চকুলৈ চালে। হঠাতেই পৰাগে নিবিড় নিৰ্জনতা নামি অহা দেখিলে। তেওঁ ভাব প্ৰৱণতাক আজি কালি বেচিকৈ প্ৰশ্ৰয় নিদিয়ে।

হিমানী সেই দৃশ্য দেখি লাজতেই ৰঙা চিঙা হৈ পৰিছিল। তেওঁ কেৱল পৰাগৰ মুখৰ ফালে চাই হুক্হুককৈ কান্দিছিল আৰু খুৰায়েক দুজনাৰ অৱহেলা-অনীহাৰ বাবে পৰাগৰ ওচৰত ক্ষমা খুজিছিল। হিমানী কান্দা দেখি ল'ৰা-ছোৱালীকেইটাই ফেঁকুৰি উঠিছিল। পৰাগে একো কথা কোৱা নাছিল। তেওঁ বহাৰ পৰা উঠি বাহিৰলৈ খোজ লৈছিল। এপাহ মৰহা ফুলহে পোহৰতো পৰাগে এন্ধাৰে আবৰি ধৰা যেন অনুভৱ কৰিছিল। হিমানী ভবাই নাছিল যে তেওঁৰ গিৰিয়েক পৰাগে অসীমৰ বিয়াত এনে এটা ভূমিকা লব বুলি। হিমানীয়ে খুৰায়েক দুয়োজনৰ প্ৰতি অনীহাৰ কথা চিন্তা কৰি স্বস্তিৰ নিশ্বাস কাঢ়িছিল। তেওঁ বহুত সময় নীৰৱে থাকি অসীমলৈ তলত দিয়া ধৰণে চিঠি লিখিছিল।

মৰমৰ অসীম!

আৰম্ভণিতেই অসীম তোমাক মই আশীৰ্বাদ দিলো তুমি যেন ভাই বৈবাহিক জীৱনত সুখী হোৱা। খুৰাদেউ আৰু খুৰীদেউ

সকলৰ প্ৰতি নমস্কাৰ থাকিল। অসীম, তোমাৰ বিয়াত মই ল'ৰা-ছোৱালীকেইটাক লৈ যাম বুলি আশা কৰি আছিলোঁ। তোমাৰ ভিনিয়েৰাক সন্মত কৰিব নোৱাৰিলো। তোমাৰ গাত একো দোষ নাই। কিন্তু দুয়োজন খুৰাই তেখেতক বুজিবলৈ চেষ্টা নকৰিলে। ব্যক্তিত্বৰ সংঘাতত তেখেতে তোমাৰ বিয়ালৈ যাম বুলিও যোৱা নাছিল। মই তেখেতক বুজাইছিলো আৰু কৈছিলো যদিহে বিয়ালৈ গৈ সেইবোৰ বুজাই দিম ব'লক। তেখেতে মোক অতি দুখ বেদনাৰে কবিতাৰ সুৰত কৈছিল—

"পিচ পৰা দুখীয়া'ই যায় আশা কৰি
আগবঢ়া সুখীয়াই চায় জানো ঘূৰি।"

তাৰ পিচত তেখেতে কৈছিল— "বুইছা হিমানী সমপৰ্য্যায়ৰ মানুহৰ মাজতহে বন্ধুত্ব থাকে। ধনী আৰু দুখীয়াৰ মাজত চিৰকাল প্ৰাচীৰ থাকিবই।" বুইছা অসীম! তুমি আকৌ কবা খুৰাদেউ সকলক এইখিনি— যে চিঠিৰে বিয়াত নিমন্ত্ৰণ জনোৱা আৰু ঘৰলৈ গৈ নিমন্ত্ৰণ জনোৱাৰ এটা বিশেষত্ব আছে। কোনবোৰক চিঠিৰে নিমন্ত্ৰণ জনাব লাগে আৰু কোনবোৰক ঘৰলৈ গৈ মাতিব লাগে তাকে খুৰাদেউহঁতে নুবুজিলে। সেয়েহে আমাৰ এইবাৰ তোমাৰ বিয়াত যোৱাটো নহ'ল। তাৰ বাবে তুমি মোক ক্ষমা কৰিবা দেই। আকৌ তেখেতে কথা প্ৰসঙ্গত দুখেৰে কবিতাৰ সুৰত কৈছিল—

"মিছা দম্ভ মিছা অহঙ্কাৰ
মৰিলেই সকলো সমান
শ্মশানেই জলন্ত প্ৰমান।"

অসীম! আজি আৰু তোমালৈ বেচি কথা নিলিখো। মই যদি তোমাক লগ পাও তেতিয়া সকলো ঘটনাৰ সবিশেষ জনাম। তুমি সুখী হোৱা। তোমাৰ বৈবাহিক জীৱন সুখৰ হওক। ইতি—

তোমাৰ বাইদেউ
—হিমানী।

# ন কইনা সাজি—

মনত ভাল লাগিলেই আজিও পাপৰিয়ে বিয়াৰ দিনা পিন্ধা পাতৰ ৰিহা-মেখেলাযোৰ পিন্ধি নিজকেই ন কইনা সাজি লয়। তাই বাৰে বাৰে গৈ আৰ্চিখনৰ আগত থিয় হয় গৈ। গালে মুখে প্ৰসাধন সানি লয়। প্ৰসাধন সানি তাই পিন্ধা কাপোৰ যোৰত সুগন্ধি চেন্ট ছটিয়াই দিয়ে। তাইৰ শেঁতা পৰি যোৱা ওঁঠ দুটি আকৌ ৰাঙলী হৈ উঠে। তেতিয়া তাই অনুভৱ কৰে হৰ-গৌৰীৰ আৱিৰ্ভাৱ হোৱা বুলি। অনুভৱ কৰে জীৱনৰ প্ৰাচুৰ্য্য আৰু অকণমান সুখ।

তেতিয়া ৰাতিপুৱা প্ৰায় আঠমান বাজিছিল। ৰাতিপুৱা ছয় বজাতেই পাপৰিয়ে শোৱাৰ পৰা উঠি বাহি-বন কৰি মুখ হাত ধুই পাকঘৰলৈ গৈ ষ্টোভটো জ্বলাই টি-পটটো তুলি দিছিল। তাইৰ মাক মেনকা তেতিয়ালৈকে শোৱাৰ পৰা উঠা নাছিল। পাপৰিয়ে চাহ কাপ খাই আহি আকৌ আগৰ কোঠাটোত বহি ইটো সিটো কথা ভাবি গৈছিল। তাইৰ হঠাতেই মনটোত ভাল লাগি গৈছিল। সেই কাৰণেই পাপৰিয়ে পুনৰ কুঁৱালৈ গৈ গাটো ধুই আহি নিজৰ শোৱা কোঠাত সোমাই চন্দুকৰ পৰা উলিয়াই বিয়াৰ দিনা পিন্ধা পাটৰ ৰিহা-মেখেলাযোৰ পিন্ধি লৈছিল। অলপ পিচতেই মাক শোৱাৰ পৰা উঠিছিল। তাই মাকক চাহ কাপ আনি দিছিল। মাকে জীয়েকক ৰাতিপুৱাই সেই ৰূপত দেখি সুধিছিল,—মাজনী, ভই আজি দেখোন এই ৰাতিপুৱাখনেই ৰিহা-মেখেলা পিন্ধি লৈছ। কিয়? কৰবালৈ যাবি নেকি? সুনীল আৰু তাৰ ৰোৱাৰী শোৱাৰ পৰা উঠিছেনে নাই?

— মই মা সেইবোৰ কথা একো নাজানো। কাৰণ সুনীল এতিয়া অফিচাৰ, গতিকে সি ভাৰ মতেই উঠিব। সি উঠিলেহে তাৰ ঘৈণীয়েকজনীও উঠিব। তাকে কৈ পাপৰি ঘৰৰ পৰা আহি চোতাল-খনত ইফাল-সিফাল কৰি আছিল। তাইৰ হঠাতেই ৰূপমলৈ মনত পৰিছিল। আজি যদি তাই ৰূপমক লগ পালেহেতেন হয়তো তাই

ৰূপমৰ কাষত বহি বহুত কথা পাতিলেহেঁতেন আৰু সুধিলেহেঁতেন, ৰূপমদা, আজি মোক আপুনি কেনেকুৱা দেখিছে ? মোক যৌৱনত মৰম কৰাৰ দৰে মৰম কৰিবৰ মন গৈছেনে ?

জপনাখন খুলিয়েই হাতত মেগ এটা লৈ আহি ৰূপমে চোতালত থিয় হৈয়ে পাপৰিক নতুন পোছাক পৰিধান কৰি ইফাল সিফাল কৰি থকা দেখিছিল। পাপৰিৰ সেই দৃশ্য দেখি ৰূপম অলপ আচৰিত হৈছিল। হঠাতেই পাপৰিয়ে ৰূপমক দেখি নিজেও আচৰিত হৈছিল। কাৰণ তাই ভবাই নাছিল যে, এনে এটা সুন্দৰ ৰাতিপুৱাই ৰূপমক লগ পাব বুলি। ৰূপমক দেখি কিন্তু পাপৰিৰ মনটো ভাল লাগি গৈছিল। কাৰণ তাই বিয়াৰ দিনা পিন্ধা পোছাকযোৰ পিন্ধি যিজন পুৰুষক দেখুৱাম বুলিছিল সেইজন পুৰুষে আহি দেখোন দেখা পালে। হঠাতে পাপৰিয়ে ৰূপ সলাই ৰূপমৰ কাষ চাপি কৈছিল,— ব'লক ৰূপমদা! ঘৰৰ ভিতৰলৈ ব'লক। ৰূপমেও হয় বুলি কৈ পাপৰিৰ পিচে পিচে চোতালৰ পৰা ঘৰলৈ আগ বাঢ়িছিল। পাপৰিয়ে কোঠাটোত সোমাই ৰূপমক কৈছিল,— ৰূপমদা বহক। ৰূপমে এখন চকীত বহিছিল। চকীখনত বহি ৰূপমে ভাবি গৈছিল বহুত পুৰণি কথা। কাৰণ আজি পাপৰিয়ে যি যোৰ পাটৰ বিহা-মেখেলা পিন্ধি আছে সেই যোৰ কাপোৰ দেখোন তাই বিয়াৰ দিনা পিন্ধি হোমৰ গুৰিত বহি সেই স্কুল মাষ্টাৰ হেমধৰৰ সৈতে বিয়া পাতিছিল। কিন্তু আজি পাপৰি যি যোৰ পোছাক পৰিধান কৰি আছে সেই যোৰ পোছাক জানো হয় ? তাৰ মতে হবই লাগিব। কাৰণ সি দেখোন পাপৰিৰ বিয়াৰ দিনা গোটেই ৰাতিটো উজাগৰে ৰভাতলত বহি পাপৰি আৰু হেমধৰৰ বিয়া চাই আছিল। তথাপি ৰূপমে পুনৰ পাপৰিৰ ফালে চাই সুধিলে,— পাপৰি তুমি কোৱা-চোন আজি তুমি যি যোৰ পাটৰ বিহা-মেখেলা পৰিধান কৰি আছা সেই যোৰ পোচাক তুমি বিয়াৰ দিনা হোমৰ গুৰিত বহি পিন্ধা কাপোৰ যোৰ নহয়নে বাৰু ?

পাপৰি অলপ বিমোৰত পৰিছিল। তথাপি তাই হাঁহি এটা মাৰি ৰূপমক কৈছিল,— জানে ৰূপমদা ? আপুনি যে ইমান পুৰণি কথা মনত ৰাখিব পাৰে বুলি মই সপোনটো ভবা নাছিলো। বাৰু মই সেইবোৰ কথা পিচত কম। এতিয়া আপোনাৰ খা-খবৰ কওক। — হাঁহি এটা মাৰি ৰূপমে কলে,— পাপৰি আজি মোৰ বহুত পুৰণি

কথা মনত পৰিছে । মই হয়তো তোমাক এই যোৰ পোছাক পিন্ধি হোমৰ গুৰিত বহা ত্ৰিশ বছৰ আগতেই দেখিছিলো । কিন্তু মই ভবাই নাছিলো যে, তুমি আজিও বিয়াত পিন্ধা কাপোৰ যোৰ পিন্ধি নিজকেই ন-কইনা সাজি লোৱা বুলি । বৰ ভাল কথা । তেনে এটা মন লাগে পাপৰি । কথাতেই কয় নহয় 'আশা মুখে সংসাৰখন ।'
— আপুনি ৰূপমদা মোক এইবোৰ পোছাক পিন্ধি থকা বাবে কিবা বেয়া পাইছে নেকি ?
— মই আকৌ তোমাক বেয়া পাম কিয় পাপৰি । বৰং আজি তোমাক ন-কইনাৰ পৰিবেশত দেখা কাৰণে নিজকেই কৃতাৰ্থ মানিছো । কাৰণ মনত কৰাচোন, সেইবোৰ কিমান পুৰণি কথা । কবি দুৰ্লভা দেৱে কৈছিল নহয়, 'অতীতক যোৱাহে পাহৰি, অতীতক নেযাবা পাহৰি ।' মই কিন্তু অতীতক পাহৰি যোৱা নাই । তুমিহে অতীতক পাহৰি গৈছা । তাকে কৈ ৰূপম অলপ নীৰৱ হৈছিল । সি চিগাৰেট এটা জ্বলাই লৈ হুপিব ধৰিছিল । কাহত ধোঁৱাবোৰ খিৰিকিৰে ওলাই গৈছিল ।

পাপৰিয়ে পুনৰ মনতেই ভাবি গৈছিল । হয়তো তাইৰ ত্ৰিশ বছৰ আগতে এদিন সেই স্কুল মাষ্টাৰ হেমধৰৰ সৈতে বিয়া হৈ গৈছিল । কিন্তু আজিও তাই অৱকাশ পালেই বিয়াৰ ৰাতি যি যোৰ ৰিহা-মেখেলা পিন্ধি হোমৰ গুৰিত বহিছিল আজিও তাই মাজে সময়ে পিন্ধে । কিয় ? তাৰ অৰ্থ কি ? তাই নিজকেই প্ৰশ্ন কৰে । তাই সেই যোৰ কাপোৰ পিন্ধি আৰ্চীৰ সমুখত থিয় হয় গৈ । অকলেই তাই আৰ্চীৰ সমুখত অভিনয় কৰে । গালে-মুখে প্ৰসাধন সানি লয় । মাজে মাজে নিজকেই ন-কইনা সাজি লয় । কিয় ? সেই ৰহস্যৰ অন্তৰালত কিমান বেদনা থুপ খাই আছে পাপৰিহে বুজিব পাৰে । তাইৰ দুখ ক'ত ? তাইৰ মতে তাইৰ অন্তৰত বহুত দুখ । বিয়াৰ পিচদিনা ৰাতিপুৱা তাই যিযোৰ পোছাক পিন্ধি স্বামীৰ ঘৰলৈ খোজ লৈছিল সেই পোছাক যোৰ পিন্ধিয়ে তাই এদিন স্বামীৰ মৰম ভাল পোৱা পৰিত্যাগ কৰি আকৌ মাক-দেউতাকৰ ঘৰলৈ উভতি আহিছিল— এটা বিষণ্ণ আবেলিত ।

এনেকৈয়ে পাপৰিয়ে স্বামীৰ ঘৰলৈ নোযোৱাকৈ কেইমাহমান কটাই দিয়াৰ পিচত তাইৰ মাক মেনকা আৰু দেউতাক জগানন্দ উকীল চিন্তিত হৈছিল । কিন্তু তাইক কোনোজনেই সাহস গোটাই

সোধা নাছিল যে, তাই কিয় স্বামীৰ ঘৰলৈ যাবলৈ মন-কাণ কৰা নাছিল। আনকি তাইৰ ককায়েক হৰেণেও তাইক স্বামীৰ ঘৰলৈ উভতি নোযোৱাৰ বাবে একো সুধিব পৰা নাছিল। বৰং হৰেণে তাইক মাজে মাজে কৈছিল, পাপৰি তই দেখোন আজিও সেই ৰূপমৰ পৰা চিঠিপত্ৰ পাই থাক। বোধকৰো তোৰ মূৰ খাইছে সেই ৰূপম বৈশ্যই। সেই কথা শুনি কিন্তু পাপৰিয়ে ককায়েক হৰেণক কৈছিল, ককাইদেউ; আপুনি তেনে কথা নকব। মোৰ মূৰ ৰূপম বৈশ্যই খোৱা নাছিল। মোৰ মূৰ খাইছে আপুনি আৰু মোৰ মা-দেউতাই। মই ভবাই নাছিলো যে, আপুনি আৰু মা-দেউতাই হেমধৰৰ দৰে এজন চৰিত্ৰহীনলৈ মোক সপি দিব বুলি। আজি সেই কথা ভাবিলে সপোন যেন লাগে। আপোনালোকে ভাবিছিল যে, ৰূপম বৈশ্যৰ সৈতে মোক বিয়া দিলে আপোনালোকৰ জাত কুল যাব। কিন্তু ককাইদেউ! আপুনিও দেখোন অসবৰ্ণত বিয়া পাতিছে। মোৰ ভনী ললিতাও দেখোন অসবৰ্ণত বিয়া পাতি এই ঘৰ এৰি গৈছে। নহয় জানো? হৰেণে সেই কথা শুনি পাপৰিক গালি-গালাজ কৰি গুচি গৈছিল। মাক আৰু দেউতাকে পাপৰিক পুনৰ স্বামীৰ ঘৰলৈ পঠোৱাৰ চেষ্টা কৰিছিল। কিন্তু সেই চেষ্টা কামত অহা নাছিল। সকলো চেষ্টা ব্যৰ্থ হৈ গৈছিল। তাইৰ ককায়েক হৰেণ আৰু সকলো ভায়েক-ভনীয়েকসকলে তাইৰ জীৱনৰ কথা চিন্তা কৰা নাছিল। চিন্তা কৰা নাছিল তাইৰ জীৱনৰ পুনৰ সংস্থানৰ কথা।

নাৰীয়ে বিয়াৰ পিচত কিটো বিচাৰে? প্ৰতিজনী নাৰীয়ে বিয়াৰ পিচত সৎ চৰিত্ৰৰ এজন পুৰুষ বিচাৰে। পাপৰিও তাকেই বিচাৰিছিল। কিন্তু তাই এদিন বিজ্ঞানীসকলৰ দৰে সুন্দৰকৈ আবিষ্কাৰ কৰিছিল যে তাইৰ বিবাহিত স্বামী হেমধৰ কু-চৰিত্ৰবান পুৰুষ। কিন্তু পাপৰিৰ মন কোনোজনে জয় কৰিব পৰা নাছিল। তাইক পুনৰ স্বামীৰ ঘৰলৈ পঠাব পৰা নাছিল। সেই দুখতেই লৈ এদিন তাইৰ দেউতাক জগানন্দ উকীলে মৃত্যু বৰণ কৰিছিল। তাৰ পিচত তাইৰ হঠাতেই আকৌ ৰূপম বৈশ্যলৈ মনত পৰিছিল। হয়তো তাই জনা মতে ৰূপম বৈশ্যই তাইক লৈ এখনি সুখৰ সংসাৰ গঢ়ি তুলিব বুলি ভাবিছিল। কিন্তু তাই সেই মানুহজনক বঞ্চিত কৰিছিল। বোধকৰো সেই কাৰণেই তাইৰ এনেকুৱা হ'ল নেকি? ৰূপমৰ আদৰক নেওচি অন্য পথ লোৱাৰ কাৰণে তাই আজীৱন নিঃসঙ্গৰ গীত

গাৰ লগা হৈছিল নেকি ? পুনৰ তাই ৰূপমৰ ফালে চাই সুধিলে, ৰূপমদা আপুনি দেখোন কেৱল মোৰ ফালেই চাই আছে । মোক চাই আজি কিবা আমেজ পাইছে নেকি ? মোক আকৌ মৰম কৰিবৰ মন গৈছে নেকি ? মোক বুকুৰ উম দিব নেকি ?

— ৰূপমে মৰম সনা মাতেৰে কলে, পাপৰি ! আজি তোমাক দেখিলেই ন-কইনা যেন লগা হৈছে । তুমি আজি মোক সঁচা কথা কবানে ?

— মই জানো আপোনাৰ আগত কেতিয়াবা মিছা কথা কোৱা মনত পৰেনে ? ফাকি প্ৰলোভন কৰা দেখিছিল নে ?

— নাই কোৱা সঁচা পাপৰি, কিন্তু তুমি মোক আজিলৈকে তোমাৰ মনৰ কথাবোৰ কোৱা নাই । কোৱা নাই তোমাৰ বৈবাহিক জীৱনৰ কেনেকৈ বিচ্ছেদ ঘটিছিল ! আনকি তুমি মোক তোমাৰ জীৱনৰ কথাবোৰ চিঠিৰেও জনোৱা নাছিলা । বহু বছৰ আগতে তুমি মোক কৈছিলা, হেমধৰ চৰিত্ৰহীন । তেওঁ পৰ নাৰীৰ সৈতে আদান প্ৰদান কৰে ।

— সেইবোৰ ঘটনা প্ৰবাহ আপোনাক জনালে জানো আপুনি মোৰ এই জীৱনৰ কিবা সংস্থান কৰিব পাৰিলেহেতেন ।

— মই চেষ্টা চলালোহেতেন পাপৰি । মই আজি তোমাৰ যিটো অৱস্থা দেখিলো তুমি নিশ্চয় আকৌ ন-কইনা সাজি নতুন সংসাৰ পতাৰ স্বপ্ন দেখা যেন অনুমান হয় । তোমাৰ দেহত প্ৰস্ফুটিত হৈ উঠিছে নতুন বহাগ ।

— আপুনি জানেই নহয় ৰূপমদা— নাৰী জাতি সৌন্দৰ্য্য প্ৰয়াসী । প্ৰতিজনী গাভৰু আৰু নাৰীয়ে সদায় সুন্দৰী হৈ থাকিব বিচাৰে । এপাহি স্নিগ্ধ গোলাপ হৈ পুৰুষক সুবাস দিব বিচাৰে ।

— সেইবোৰ দৰ্শন মোক পাপৰি তুমি এতিয়া নোকোৱাই ভাল হব । কাৰণ তুমিটো জানাই আমি পুৰুষ তিৰোতা এই পৃথিৱীত একোজন ভাওৰীয়া । আমি প্ৰতিজনে ইয়ালৈ অভিনয় কৰিব আহিছো । অভিনয় শেষ হলেই আমি আকৌ পুৰণি ঘৰৰ পৰা নতুন ঘৰলৈ গুচি যাম । জানাই নহয়, মানুহে প্ৰায়বোৰ কথাই জানে । কিন্তু জন্ম, মৃত্যু আৰু বিবাহৰ কথা কোনেও নেজানে । পাপৰি তুমি এতিয়া কোৱাচোন আকৌ তুমি ন-কইনা সাজি নতুনকৈ বিবাহ পাতিব পাৰিবানে ?

— কাৰ সৈতে ৰূপমদা ?

— যি জন পুৰুষে আজিও তোমাৰ সান্নিধ্য বিচাৰে। যিজনে তোমাৰ সংস্থান বিচাৰে।

— বাৰু ৰূপম দা। আপুনি আজি মোক ন-কইনাৰ পোছাকবোৰ পিন্ধি থকা দেখি যিবোৰ প্ৰশ্নৰ অৱতাৰণা কৰিব মই সুন্দৰকৈ জানো। তথাপি আপুনি বহক। মই আপুনি অহা বুলি মাক আৰু সুনীলক খবৰটো দিওগৈ। তাকে কৈ পাপৰি অইন কোঠালৈ আগ বাঢ়িছিল। ৰূপমে অকলেই চকীখনত বহি আছিল।

তেতিয়া চোতাল চাকি ৰ'দ জাক উঠিছিল। তেতে আকৌ ফাগুন মাহ। হয়তো ৰূপমে ভাবিছিল আকৌ বলিয়া ফাগুনৰ পছোৱা জাক বলিব। কুলি-কেতেকীয়ে বসন্তকাল অহা বুলি মানুহক কাণে কাণে কব। সেই বতাহত পৃথিৱীৰ ধুলিবোৰে উৰি উৰি আকাশখনি ঢাকি ধৰিব। বতৰটো ভাৱৰীয়া হব। ডেকা-গাভৰু, পুৰুষ-তিৰোতাৰ মনবোৰ উত্তপ্ত কৰি তুলিব। আকৌ তাৰ পাপৰিলৈ মনত পৰিল। মনত পৰিল পাপৰিৰ ৰিহা-মেখেলা যোৰলৈ। তাই আজি ন-কইনা সাজি কৰবালৈ যাম বুলি ভাবিছিল নেকি? তাইৰ স্কুলীয়া জীৱনৰ বান্ধবী নীৰুৰ ঘৰলৈ যাব নেকি? নীৰুৰ কথা মনত পৰাৰ লগে লগেই ৰূপমৰ পাপৰি আৰু নীৰুৰ যৌৱনৰ ৰূপ সৌন্দৰ্য্যবোৰ ভাহি উঠিছিল। যৌৱনত সি পাপৰিৰ ৰূপ সৌন্দৰ্য্য দেখি হয়তো তাইৰ ৰূপত ভোল গৈছিল। সুবিধা পালেই সি পাপৰিৰ সৈতে ইটো-সিটো কথাও পাতিছিল। পাপৰিয়ে তাক চকুৰ ভাষাৰে হেজাৰ প্ৰেমৰ ইংগিত দিছিল। তাৰ কলেজীয়া বন্ধু ৰামচন্দ্ৰই পাপৰিৰ ৰূপ সৌন্দৰ্য্যৰ কথাকেই মাত্ৰে সময়ে কৈছিল। দুয়ো জনে কলেজৰ পৰা যেচলৈ অহাৰ সময়ত নগৰখনৰ গাভৰুবোৰৰ ৰূপ-সৌন্দৰ্য্যৰ কথাকেই পাতিছিল। ৰূপমে কিন্তু পাপৰিৰ প্ৰেমত পৰা বুলি কোৱা নাছিল। কাৰণ ৰামচন্দ্ৰ আছিল পাপৰিৰ সম্বন্ধীয় ভিনিহিয়েক। এদিন সি কলেজৰ পৰা মেচলৈ আহি থকাত ৰাজপথত পাপৰি আৰু নীৰুক লগ পাইছিল। সেইদিনা নীৰুৱে ৰূপমক কৈছিল— ৰূপদা? আপুনি যদি পাপৰিক বিয়া কৰায় তেতিয়া হলে নিশ্চয় সুখী হব পাৰিব। নীৰুৰ সেই কথা শুনি পাপৰি কৈছিল, নীৰু তুমি এনেকুৱা কথা কব ধৰিছা কিয়? তুমি নাজানা জানো ৰূপমদা আৰু মোৰ মাজত জাত কুল নিমিলে। তেনে অৱস্থাত আমি দুজনাৰ জানো মিলন হব? মন থাকিলেও তাই

সমুখত পঙ্গু সমাজখন আছে নহয়। বাধা দিয়া নাৰদ আছে নহয়।
— সেইবোৰ মনৰ কথা পাপৰি। মন থাকিলে সকলো হয়। যদি তুমি ৰূপমদাক ভাল পাওঁ বুলি ৰূপমদাৰ ৰঙা তেজ পি অজানাৰ সৈতে বিয়া পতা তেতিয়া হলে তুমি কেতিয়াও সুখী হব নোৱাৰিবা। লগতে এইখিনিও কওঁ যে,—

তোমাৰ মন গলে মোৰো মন গলে
কি কৰিব জাতি কুলে,—

মনত ৰাখিবা পাপৰি, প্ৰেম-প্ৰীতি আৰু ভাল পোৱাই জাত-কুলৰ কথা কেতিয়াও বিচাৰ নকৰে। মই জনাৰ ভিতৰত তোমাক ৰূপমদাই মন-প্ৰাণ দি ভাল পায়। তোমাৰ কথা ভাবে। তোমাক লৈ তেখেতে এখনি সুখৰ ঘৰ গঢ়ি তুলিব খোজে। নতুনক স্বাগতম জনাব বিচাৰে।
— তুমি নীৰু তেনেকৈ কোৱা কিয়? ৰূপমদা এতিয়া কলেজতহে পঢ়ে। তেওঁ দেখোন এতিয়াও কলেজীয়া শিক্ষা শেষ কৰি কোনো চাকৰি-বাকৰিত লাগি যোৱা নাই। তেনে অৱস্থাত সেই কথা তেখেতে এতিয়া ভাবি ভৱিষ্যত ধ্বংস নকৰাই ভাল। লগতে এই খিনিও কওঁ যে, ভাল পালেই যে বিয়া পাতিব লাগে মোৰ কিন্তু মনে নকয়। প্ৰেম-প্ৰীতি-ভাল পোৱাক অমৰণ অভগন কৰিবলৈ চেষ্টা কৰিব লাগে।
— অ' তাৰ মানে তুমি বিচাৰিছা ৰূপমদাৰ কৰ্ম সংস্থান। বুইছা পাপৰি— প্ৰতিজন পুৰুষেই জীয়াই থকাৰ কাৰণে আৰু ঘৰ সংসাৰ কৰাৰ কাৰণে সময়ত নিজেই সেই পথ লব। ৰূপমে কিন্তু সেই দিনা কেৱল নীৰু আৰু পাপৰিৰ আলোচনাহে শুনি শুনি পিচে পিচে আহি আছিল। সি তেনেকৈ মেচ আহি পাইছিল। পাপৰি আহি নিজৰ ঘৰত সোমাইছিল। নীৰুৱে তাইৰ ঘৰলৈ আগ বাঢ়িছিল।

ইমান পুৰণি কথা ৰূপমৰ মনত পৰিল কিয়? সি জনাৰ ভিতৰত এদিন পাপৰিৰো বিয়া হৈ গৈছিল আৰু নীৰুৰো বিয়া হৈ গৈছিল। অৱশ্যে ৰূপমৰ বন্ধু ৰমানন্দই সি পাপৰিৰ প্ৰেমত পৰাৰ দৰে সি নীৰুৰ প্ৰেমত পৰি তাইক বিয়া কৰিছিল। এতিয়া সি শুনিব পাইছে যে, নীৰু পৰম সুখী। সুখী ৰমানন্দ। এতিয়া অৱশ্যে ৰমানন্দ এজন স্থানীয় কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। দুয়ো জনেই বেচ্ আনন্দ আৰু তৃপ্তিৰে জীৱন কটাই আছে। শুনিব পাইছো তেওঁলোকে ডাঙৰজনী ছোৱালীক বিয়াও দিছে। কিন্তু

পাপৰি আৰু ৰূপমৰ দুয়োজনৰে একোৱে হোৱা নাই। নীৰু আৰু পাপৰিৰ মাজত বৰ বন্ধুত্ব আছিল। আজিও দুয়োজনী একেখন নগৰতেই থাকে। দুয়োজনে সময় পালে সুখৰ-দুখৰ কথা পাতে। আজি পাপৰি ন-কইনা সাজি হয়তো নীৰুৰ ঘৰলৈ যাবলৈ মন কৰিছিল নেকি? সি আহি পাপৰিক বাধা দিলে নেকি? নহয় সি পাপৰিৰ প্ৰাণত প্ৰেৰণাহে আনি দিব।

সময় আগ বাঢ়িল। বাহিৰত ফাগুনৰ পছোৱা বতাহ জাক বলিব ধৰিছিল। ৰূপমে চৌপাশে কেৱল ধূলিময় দেখিছিল। সি বহাৰ পৰা উঠি গৈ মেলি থকা খিৰিকীবোৰ জপাই দিছিল। দুৱাৰ দুখন খোলা আছিল। আজি সি যে প্ৰবাসৰ পৰা আহি পাপৰিক লগ ধৰিব তাৰ কিবা পাপৰি খবৰ পাইছিল নেকি? সি কিন্তু নেজানে? অৱশ্যে সি যেতিয়াই পাপৰিক বিচাৰে তেতিয়াই কাষত লগ পোৱাৰ দৰে ইটো-সিটো কথা অকলেই পাতি থাকে। পাপৰি তাৰ সৈতে কথা পাতনে বাৰু? যোৱা কেইবছৰত ৰূপমে পাপৰিক বহু বাৰ দেখা কৰিছিল। তাইৰ সৈতে নানান কথাও পাতিছিল। পাতিছিল তাইৰ নিঃসঙ্গ জীৱনৰ কথা। তেতিয়ালৈ পাপৰি আহি ৰূপমৰ কাষ চপা নাছিল।

টেবুলৰ ওপৰত বহুত বাতৰি কাকত আৰু কেইখনমান কিতাপ থকা ৰূপমে দেখিছিল। সি টেবুলৰ ওপৰত থকা এখনি কবিতা পুথি আনি পঢ়ি গৈছিল। কবিজনে কি সূত্ৰত কিটো বিচাৰি কবিতা লিখিছিল সেইবোৰ কথাকেই কবিতাবোৰ পঢ়ি ভাবি গৈছিল। এটা কবিতাত কবিয়ে লিখিছে—

তুমি মোক যৌবনত প্ৰেম দিও বুলি
দুচকুৰ চাৱনিৰে ছলনা কৰি
অজানাৰ সৈতে পাতিছিলা বিয়া —
তাৰ পিচত—
নতুন ঘৰলৈ গৈ আকৌ
এদিন পুৰণি ঘৰলৈ উভতি আহিছিলা
ভাবিছিলা
ভাল পোৱাৰ প্ৰতিদান নিদিয়াকৈ
প্ৰেমক গোপন কৰি
অস্তিত্ব কৰিবা নাইকিয়া।

কবিতা ফাকি পঢ়ি ৰূপমে ভাবিছিল যে, তাৰ জীৱনটো দেখোন সেই কবিজনৰ জীৱনৰ সৈতে মিল আছে। সি কবিজনৰ ঠিকনা পোৱা হলে এখন চিঠি লিখিলে হেতেন তেওঁলৈ। আকৌ ৰূপমে অইন এটা কবিতা পঢ়ি গৈছিল। আনটো কবিতাত কবিয়ে লিখিছে—

হে প্ৰেমিকা
তোমাৰ প্ৰেমৰ ৰখীয়া কৰি
মোক আকৌ কিমান দিন ৰাখিবা ?
পাৰা যদি দিবা লগ
এই জনমতেই
পৰ জনমৰ মিলনৰ আশা কৰি
এতিয়া আৰু নৰবা
অন্যথা অসম্পূৰ্ণ জীৱন লৈ গলে
হঠাতেই ভাগৰি পৰিবা।

তেনেধৰণৰ কথা ভাবি থাকোতেই পাপৰিৰ মাক মেনকা, সৰু ভায়েক সুনীল আৰু ঘৈণীয়েক আহি উপস্থিত। তিনিওজনে তিনিখন চকীত বহিছিল। পাপৰিৰ মাক মেনকাই ৰূপমক ইটো সিটো কথা সুধিছিল। ৰূপমেও উত্তৰ দিছিল। তাৰ পিচত সুনীলে তাৰ ঘৈণীয়েক ৰোমাক কৈছিল— ৰোমা এইজনে সেই ৰূপম দা। তেখেত এতিয়া ছিলঙত থাকে। তেখেতৰ ঘৰ এই নগৰৰ উপকণ্ঠৰ কেতেকী গাওঁত। তেখেতক তুমি নমস্কাৰ কৰা। ৰোমাই গিৰিয়েকৰ কথা শুনি নমস্কাৰ কৰিছিল। ৰূপমেও প্ৰতি নমস্কাৰ কৰিছিল। তাৰ পিচত পাপৰিৰ মাক মেনকাই কৈছিল— বোপা ৰূপম তুমি থাকা। মই পাপৰিক কৈছো তোমাৰ কাৰণে ভাত ৰান্ধিবলৈ। মই এতিয়া মাহঁতৰ ঘৰলৈ যাম। সুনীলে যাব পৰিয়াল লৈ গুৱাহাটীলৈ।

বাহিৰত মটৰৰ হৰ্ণ দিয়া শুনিব পাইছিল। সুনীলে মাক, ঘৈণীয়েক লগতে ল'ৰা-ছোৱালী কেইটাক কৈছিল গাড়ীত বহিবলৈ। ৰূপমক কৈছিল, ৰূপমদা আপুনি বহক। ভাত খাই-হে যাব। তাকে কৈ সুনীল, মাক আৰু ঘৈণীয়েক লগতে ল'ৰা-ছোৱালীকেইটাই ৰূপমক মাত দি গাড়ীত উঠিছিল। পাপৰি দৌৰি আহি গাড়ীৰ কাষত থিয় হৈছিল। তেতিয়াও ৰূপমে কিন্তু কোঠাটোত বহিয়ে আছিল। গাড়ীত উঠি পাপৰিক মাকে কৈছিল— পাপৰি ৰূপমক দিনৰ ভাত সাজ সুন্দৰকৈ দিবিদেই। পাপৰি কৈছিল— মা আপুনি

চিন্তা নকৰিব। গাড়ীখনি ড্ৰাইভাৰে চলাই দিছিল। গাড়ী হৰ্ হৰ্ কৈ আগ বাঢ়িছিল। পাপৰি আকৌ আহি পাৰ্ক-ঘৰত সোমাইছিল।

অলপ দূৰৰ পৰাই এটা গীতৰ ক'লি বতাহত ভাহি আহিছিল। ৰূপমে সেই গীতৰ ক'লিটো হৃদয়ঙ্গম কৰাৰ কাৰণে চেষ্টা কৰিছিল। সময় যিমানেই আগ বাঢ়িছিল ফাগুনৰ পছুৱা বতাহ জাকে বলিয়াৰ দৰে বলিব ধৰিছিল। গছ-গছনিবোৰক উৰাই লৈ যাব খুজিছিল। ৰূপমে কিবা উত্তাপ অনুভৱ কৰিছিল। তেনেবোৰ কথা ভাবি থাকোতেই ৰূপমৰ পুনৰ মনত পৰিছিল পাপৰিৰ মাক মেনকালৈ আৰু তাইৰ সৰু ভায়েক সুনীল আৰু তাৰ ধৈনীয়েক ৰোমালৈ। আজি তাক পাপৰিৰ মাক আৰু ভায়েকে বেচ আদৰ কৰিছিল। তাক বিশ্বাস কৰি পাপৰিক ৰখীয়া কৰি থৈ গৈছিল। এনে সময়তে যদি পাপৰিৰ ককায়েক হৰেন আহি পায় সি কিটো ভাবিব ? সি যি ভাবে ভাবিব। কাৰণ তাৰ চৰিত্ৰ যেতিয়া ৰৱক্ষৰ দৰে নিকা তাক কোনেও একো কৰিব নোৱাৰিব। সি যে পাপৰিক যৌৱনতেই মন প্ৰাণ দি ভাল পাইছিল তাইৰ ঘৰখনৰ প্ৰতিজনেই জানিছিল। তথাপি তাৰ হাতত পাপৰিক তুলি দিয়া নাছিল কিয় ? তাৰ নিগূঢ় ৰহস্য কি ? ৰূপমে কিন্তু মিঠামুখীয়া মানুহক আগৰ পৰাই ভাল পোৱা নাছিল। ভাল পোৱা নাছিল যিবোৰ সম্প্ৰদায়ে কঠোৰ শ্ৰম নকৰাকৈ জীৱন নিৰ্বাহ কৰে। এতিয়া বোধকৰো পাপৰি ভাত ৰন্ধাত ব্যস্ত। তেনেবোৰ কথা ভাবি থাকোতেই পাপৰি আহি উপস্থিত হৈ কৈছিল, ৰূপমদা আহক পাকঘৰলৈ। ৰূপমেও হব বুলি পাপৰিৰ পিচে পিচে পাকঘৰলৈ খোজ লৈছিল।

সময় আকৌ আগবাঢ়িছিল। ৰূপমে আগৰ কোঠাটোত বহি ইটো-সিটো কথা ভাবি গৈছিল। হয়তো অলপ পিচতেই ভাত খাই বৈ আকৌ পাপৰি আহি তাৰ কাষ চাপিব। আজিলৈকে সি পাপৰিৰ লৈতে যিমান বাৰ দেখা কৰিছিল সেইবোৰ দিন ক্ষণ তাৰ জীৱন ডায়েৰিত যদি লিখি ৰাখিলেহেতেন হয়তো সি এখন সুন্দৰ উপন্যাসৰ জন্ম দিব পাৰিলেহেতেন। ইপাৰত থাকি সিপাৰলৈ যোৱা পথৰ সন্ধান কৰিব পাৰিলেহেতেন। কিন্তু সেচেৰা ৰূপমে সেই বিষয়ে আজিলৈ একো কৰিব পৰা নাই। আকৌ পাপৰি যদি ন-কইনা সাজি তাৰ ওচৰ চাপে সি সুধিব— পাপৰি আজি তুমি

এনেকুৱা ৰূপ লৈছিলা কিয় ? মোক তুমি কিবা নতুন আভাস দিবা নেকি ? তুমি কিন্তু মনত ৰাখিবা— যিদিনালৈ এই ৰূপমৰ সৈতে এক মত হব নোৱাৰিবা সেই দিনলৈ তুমি কোলাত কেঁচুৱা তুলি লব নোৱাৰিবা । তুমি কেঁচুৱাৰ হাঁহি দেখা নেপাবা । আৰু সি কিমান দিন পাপৰি আহিব আহিব বুলি আশা পালি থাকিব ? তাৰ জীৱনৰ দায়িত্ব জানো পাপৰি বহন কৰিব ? নহয় । সেইটো কেতিয়াও হব নোৱাৰে । সি যিবোৰ কথা আজিও ভাবি আছে সেই একে কথাকেই যদি পাপৰিও ভাবিলেহেতেন তেতিয়া হয়তো দুটি জীৱনে নোপোৱাৰ বেদনাত এনেকৈ দূৰে দূৰে থাকিব নালাগিল হেতেন । কিন্তু বৰ পৰিতাপৰ বিষয় যে, যদিও পাপৰি আজি নতুন পোছাক পিন্ধি ন-কইনা সাজি আছে সি জনাৰ ভিতৰত পাপৰিৰ মাক হোৱা বয়স জানো এতিয়া আছে ? কিন্তু নাৰী জনম লৈ যি নাৰীয়ে মাতৃ হব নোৱাৰে সেই নাৰীয়ে জানো নাৰী জাতিৰ গৌৰৱ কৰিব পাৰিব ? নোৱাৰে । তাৰ মতে কন্দালে কান্দিব লাগে আৰু হঁহুৱালে হাঁহিব লাগে । সেই দৰ্শন চিৰ সত্য । তাৰ মতে ভগবানৰ বিচাৰত ভুল নাই । ভুল মানুহে কৰে । কাৰণ যি জনাৰ ভিতৰত মানুহৰ হাতৰ মুঠিত সুখ । কিন্তু দেশত যেতিয়া ৰজাই ভুল কৰে তেতিয়া চৌপাশে বানপানী আৰু খৰাং বতৰৰ সৃষ্টি হয় । মানুহে মানুহক হত্যা কৰে । মানুহে মানুহৰ তেজ পি খায় ।

তেতিয়া আবেলি পাঁচমান বাজিছিল । বতৰ তেতিয়াও ফৰকাল হৈয়ে আছিল । ৰূপমে কোঠাৰ পৰা চোতাললৈ আহি আৰু আকাশখনিলৈ চাইছিল । অ'ত অ'ত দুই এচপৰা মেঘ জমা হোৱা দেখিছিল । বৰষুণ এজাক আহিব নেকি ? আহক । বৰষুণ আহিলে গছৰ পাতত লাগি থকা ধূলি-মাকতিবোৰ ধুই নিব । আৰু সি চোতালৰ পৰা আহি কোঠাটোত সোমাই পুনৰ চকীখনত বহিছিল । হঠাতেই পাপৰি ন-কইনাৰ পোছাকবোৰ পিন্ধি ৰূপমক দেখা দিছিল আৰু কৈছিল— ৰূপমদা আপুনি ইমানবোৰ অভিনয় কাৰ সৈতে কৰি আছিল ? অভিনয়ৰ নায়ক কোন আছিল মই বুজি পাইছিলো কিন্তু সেই অভিনয়ত নায়িকা কোন আছিল বুজিও গোটেই জীৱন নুবুজাৰ ভাও জুৰিলো ।

— নায়িকা আৰু হব কোন— নায়িকা তুমিয়ে আছিলা বুলি ৰূপমে কৈ উঠিছিল । তাৰ পিচত ৰূপমে এজাকি কবিতা মাতি

দিছিল—

দূৰৰ জনীক কাষত পালে
দেহ মন উচাটন হয়,
নেজানো কিয়নো আজিও পৰাণে
আশা পালি তোমাক বয় ।

বেৰত আঁৰি থোৱা ওৱাল ক্লকটোত টং টং কৈ পাঁচ বজাৰ কোব পৰিছিল । ৰূপমে সেই শব্দ শুনি সি তাৰ ঘড়ীটোলৈ চাই দেখিছিল— তাৰ ঘড়ীত চাৰে পাঁচ বাজিছিল । ৰূপম অলপ সচকিত হৈছিল । তেতিয়ালৈকে পাপৰিৰ মাক মেনকা জেঠী আহি পোৱা নাছিল । সেই কথা মনত পৰি সি পুনৰ পাপৰিৰ ফালে চাই সুধিলে পাপৰি তোমাৰ মা এতিয়ালৈকে দেখোন ঘৰ আহি পোৱা নাই । হয়তো এন্ধাৰ নামিবলৈ মাত্ৰ কেইঘণ্টামান বাকী । তোমাৰ যদি আজি মায়েৰা নাহে তেতিয়া হলে তোমাক কোনে ৰাতি ৰখিব ।

— জানে ৰূপম দা? এতিয়া আৰু মোৰ এই জীৱনলৈ সিমান মায়া-দয়া নাই । আপুনিটো আছেই । আৰু অগত্যা আপুনি যদি নগৰৰ পৰা সন্ধ্যা গাওঁলৈ যায় তেতিয়া মই আমাৰ ঘৰৰ কাষৰেই বজনা কলিতাক মাতি আনিম । তাই বৰ দুখীয়া । মই পৈ কলেই আহিব । দুয়ো ৰাতিটো কটাই দিম ।

— বুইছা পাপৰি তোমাক মই তেনেকাম কেতিয়াও কৰিব নিদিও । কাৰণ মোক বিশ্বাস কৰি যিদৰে তোমাৰ মা আৰু সকলোৱেই দায়িত্ব দি গৈছে সেই দায়িত্ব মই পালন কৰিম । তুমি আৰু ৰাতি ভাত ৰান্ধিবা মই খাম । কিন্তু এযাৰ কথা— ।

— কওকচোন কি কথানো ?

— কথা মানে আজি যদি মই তোমাক ৰখীয়া হৈ থাকিব লগাত পৰে। তুমি কিন্তু শুব নোৱাৰিবা দেই । দুয়ো গোটেই ৰাতিটো উজাগৰে থাকি আমাৰ জীৱনত ঘটি যোৱা কথাকেই আলোচনা কৰিম । সেই কথা শুনি পাপৰি পুনৰ ৰূপমৰ দুচকুত চকু থৈ কথা পাতি আছিল । হঠাতেই পাপৰিৰ মাক মেনকা আহি কোঠাত সোমাই সেই দৃশ্য দেখি নিজেই আচৰিত হৈছিল । তথাপি পাপৰিৰ মাকে অজুহাত দেখুৱাই কুঁৰালৈ আগ বাঢ়িছিল ।

তেতিয়া বাহিৰত এন্ধাৰ এন্ধাৰ নামিছিল । পাপৰি কোঠাৰ

লাইটটো জ্বলাই দিছিল । কোঠাটো পোহৰ হৈ উঠিছিল । ৰূপমে একো মাত বোল কৰা নাছিল । পাপৰিও নীৰৱেই আছিল । তাইৰ মাক আৰু পুনৰ কোঠাত আহি সোমোৱা নাছিল । এনেকৈ কেই-মিনিটমান পাৰ হৈছিল । হঠাতেই লাইট অফ হৈছিল । এটা অন্ধকাৰ কোঠাত ৰূপম আৰু পাপৰি দুখন চকীত বহি আছিল । ৰূপমে পাপৰিক এডাল মম্ নাইবা এটা লেম্প জ্বলাব কৈছিল । পাপৰিয়ে সেই কথা শুনি কৈছিল, ৰূপমদা জানেই নহয়, আজিকালি এনেকৈয়ে এই নগৰত লাইটৰ বিজুতি ঘটিয়েই থাকে । লাইট আহিব দিয়ক । সেই ছেগতেই পুনৰ ৰূপমে পাপৰিক কৈছিল–– পাপৰি তুমি যেন জীৱনৰ বাকী চোৰা কাল এনেকৈয়ে ন-কইনা সাজি কটাই দিয়া । সেই কথা শুনি পাপৰি ফেকুৰি উঠিছিল । তাই একো মাত বোল কৰা নাছিল । আকৌ লাইট জ্বলি উঠিছিল । ৰূপমে কিন্তু পাপৰিৰ দুচকুৰ দুধাৰি লোতক দুগালেৰে বাগৰি অহা দেখিছিল । তথাপি ৰূপমে পুনৰ পাপৰিক কৈছিল, পাপৰি তুমি যেন জীৱনৰ বাকী চোৰা কাল ন-কইনা সাজি কটাই দিয়া । এই জনমত তুমি ন-কইনাৰ পোছাক পিন্ধি আকৌ যে হোমৰ গুৰিত বহি নতুনকৈ বিয়া পাতিব পাৰিবা তাৰ সম্ভাৱনা দেখা নাই । পৰজনমত আকৌ তুমি এদিন এনেকৈয়ে ন-কইনা সাজি কোনো দৰাৰ সৈতে হোমৰ গুৰিত বহিবা । কথাখিনি কৈ ৰূপমে পাপৰিৰ পৰা বিদায় লৈ জপনাখনি খুলি নগৰৰ পৰা কেতেকী গাওঁলৈ এন্ধাৰৰ আঁৰে আঁৰে আগ বাঢ়িছিল ।

পাপৰিয়ে হঠাতেই সম্বিৎ ঘুৰাই পাই ৰূপমক কোঠাটোত নেদেখি নিজেই আচৰিত হৈছিল । তাই ভবাই নাছিল যে ন-কইনা সাজি থকা সত্বেও ৰূপমে নিঃসঙ্গ জীৱনৰ সংস্থান নকৰাকৈ অকলেই এৰি থৈ যাব বুলি । কোঠাটোত তেতিয়াও নিয়ন-লাইট জ্বলি আছিল । পাপৰিয়ে পুনৰ বিয়াৰ দিনা পিন্ধা ৰিহা-মেখেলাযোৰলৈ চাই আছিল । আকৌ পাপৰিৰ দুচকুৰে সৰ্ সৰ্ কৈ চকুলো বাগৰিব ধৰিছিল । মাক মেনকাই তাইক সান্ত্বনা দিছিল ।

# চকুলো

"We are born with tears, live with tears and die with tears"

গাঁওৰ পৰা আহি উত্তমে যেতিয়া তাক মানে ৰমেনক খবৰটো দিয়াৰ লগে লগেই তাৰ দুগালেৰে দুধাৰি চকুলো নিগৰিব ধৰিছিল। ৰমেনৰ দুচকুৰ লোতক বাগৰি পৰা দেখি উত্তমে তাক সান্ত্বনা দি ইটো-সিটো কথা কৈ তাৰ কাম কৰা কোঠাটোলৈ আগ বাঢ়িছিল। ৰমেনে ভবাই নাছিল যে,— গাঁওৰ ঘৰখনত জুই লাগি এনেকৈ ছাৰখাৰ হৈ যাব বুলি। সি চকীখনত বহি কেৱল সেই ঘটনাটোকে ভাবি গৈছিল। হঠাতেই তাৰ মনত পৰিছিল ঘৈণীয়েকলৈ। হয়তো তাৰ ঘৈণীয়েক মালাই খবৰটো পাই তাৰ দৰেই কান্দিব আৰু কব,— মই আগতেই কৈছিলো নহয়, মোৰ বিয়াত মা-দেউতাই দিয়া পালেং, চকী, ড্ৰেচিং টেবুল আৰু আন আন স্থাবৰ-অস্থাৱৰ সা-সম্পত্তিবোৰ গাঁওৰ ঘৰৰ পৰা প্ৰবাসৰ ঘৰলৈ লৈ যোৱাৰ কথা। কিন্তু ৰমেনে সেইটো কাম কৰা নাছিল। কাৰণ সি যদিও প্ৰবাসত থাকে মাজে সময়ে গাঁওৰ ঘৰত আহিব লাগিব। সি গাঁওৰ ঘৰৰ মায়া এৰিব কেনেকৈ? লগতে তাৰ ইচ্ছা আছিল যে তলৰ সক ভায়েক কেইজনক তেনেকুৱা আদৰ্শ সি কেতিয়াও নিশিকায়। কাৰণ সি যদি বিয়াৰ পিচতে ঘৈণীয়েকে লৈ অহা সকলোবোৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি লৈ আহে তেতিয়া তাৰ মাক-দেউতাকে লগতে সক ভায়েক ভনীয়েকে কিটো ভাবিব? তাৰ মতে এখন ঘৰৰ জ্যেষ্ঠ হব লাগিলে আদৰ্শবান হবই লাগিব। এনেবোৰ কথা ভাবি ৰমেনে তাৰ ওপৰৰ অফিচাৰ জনৰ পৰা অনুমতি লৈ ভাৰা ঘৰলৈ আগবাঢ়িছিল।

তেতিয়া দিনৰ চাৰে দহমান বাজিছিল। ঘৰ আহি পাই ৰমেনে ঘৈণীয়েকক কৈছিল— মালা, তুমি কাপোৰ-কানি পিন্ধা। ল'ৰা ছোৱালীকেইটাকো কাপোৰ কানি পিন্ধাই দিয়া। কাৰণ আমি আজিয়েই এঘাৰ বজাৰ গাড়ীত গাঁওলৈ যাম।

আপুনি দেখোন আগতে প্ৰবাসৰ পৰা গাওঁৰ ঘৰলৈ যোৱাৰ একো কথা মোক কোৱা নাছিল । গাওঁত কিবা ঘটনা ঘটিছে নেকি ? মা-দেউতাৰ কিবা টান নৰিয়া হৈছে নেকি ?

— বুইছা মালা ? ঘটনা মানে তুমি শুনিলে কান্দি দিবা । কাৰণ আজি গাওঁৰ পৰা উত্তমে আহি মোক খবৰটো দিছিল, লগতে কৈছিল যে — 'তই থকা ঘৰটো লগতে গাওঁৰ ঘৰত যিমানবোৰ ঘৰ আছিল এটাৰ বাহিৰে আন সকলোবোৰ ঘৰ পুৰি গৈছে ।' তাকে কৈ ৰমেনে হাতত বেগটো লৈ পৰিয়ালটোক লৈ ট্ৰেঞ্চপোৰ্টলৈ আগবাঢ়িছিল ।

দিনৰ দুইমান বজাত বাচগাড়ী আহি গাওঁৰ চোকত ৰৈছিল । ৰমেন আৰু তাৰ পৰিয়াল গাওঁৰ চোকত নামিছিল । বাচগাড়ী আকৌ হৰ্ হৰ্ কৈ আগবাঢ়িছিল । সপৰিয়াল লৈ আহি ৰমেনে চোকৰ পৰা গাওঁৰ ঘৰলৈ আগবাঢ়িছিল । ঘৰ আহি পাই ৰমেনে মাক-দেউতাকক সেৱা জনাইছিল । মালাই নিজেও শহুৰ-শাহুৰেকক সেৱা জনাই ইফাল সিফালকৈ চাই ঘূৰি ফুৰিছিল । ৰমেনে মাক-দেউতাকক সুধিছিল — মা-দেউতা, এই ঘটনাটো কেনেকৈ ঘটিল ? মই থকা ঘৰটোৰ পৰা একপদ বস্তুও উলিয়াব নোৱাৰিলে নেকি ? তেতিয়া শশীন আৰু সমীন ঘৰত নাছিল নেকি ?

— দেউতাক বলিনে বৰ দুখ আৰু বেদনাৰে ৰমেনক কৈছিল,— বোপা তুমি একো দুখ নকৰিবা । অগ্নি দেৱতাৰ লোভ থাকিলে এনেকুৱাই হয় । এইবাৰকে লৈ পাঁচ বাৰ ঘৰ পুৰিলে । সেইবোৰ সকলো ভগৱানৰ কাম । লগতে ঘৰত জুই লগা সময় চোৱাত শশীন আৰু সমীন ঘৰত নাছিল । দুয়োজন খেতি পথাৰত হাল বাই আছিল । নৰেনৰ ঘৈণীয়েকে তাৰ কোঠাত থকা ইটো-সিটো বস্তু উলিয়াইছিল । তুমি থকা কোঠাটোৰ পৰা একপদ বস্তুও উলিয়াব নোৱাৰিলো । অৱশ্যে সেইদিনা ভবেন ঘৰত আছিল । কিন্তু ভবেনেও ঘৰত জুই লগা অৱস্থাত গাওঁৰ চোকত আছিল । সি খবৰ পাই দৌৰি আহিছিল লগতে গাওঁৰ মানুহবোৰো আহি ভৰি পৰিছিল । শশীন আৰু সমীনেও ঘৰ আহি পাইছিল । কোনোৱে তুমি থকা ঘৰৰ কোঠাটোৰ পৰা একো বস্তু উলিয়াব পৰা নাছিল । যি হৈছে হৈছে বোপা ৰমেন, তুমি আৰু সৰু ভাই কেইজনে মিলি আকৌ ঘৰ পুৰি যোৱা ভেটি কেইটাত নতুনকৈ ঘৰ তোলাৰ চিন্তা কৰা । তাকে কৈ দেউতাক বলিন নীৰৱ হৈছিল ।

ৰমেনে কিন্তু দেউতাকৰ কথা শুনিহে গৈছিল। সি একো মন্তব্য কৰা নাছিল। সি কিন্তু তাতেই ক্ষান্ত থকা নাছিল। ৰমেনে পুনৰ শশীন, সমীন আৰু নৰেনৰ ঘৈণীয়েক কেইজনীক এজনী এজনীকৈ সুধিছিল— ঘৰত কেনেকৈ জুই লাগিছিল। সমীনৰ ঘৈণীয়েক জনীয়ে কৈছিল— জানে দাদা, ভবেন আহিছিল গুৱাহাটীৰ পৰা গাওঁলৈ। যোৱাৰ আগদিনাখন ভবেনৰ এডিখন সুবালাই ধুৱাৰ কাৰণে সিজাব দিছিল। নৰেনৰ সৰু ল'ৰাটোৱে বোলে জুইৰ সৈতে খেলি আছিল। এতিয়া সুবালা দোষী নে নৰেনৰ সৰু ল'ৰাটো দোষী জনা নাযায়। কেৱল সুবালাক সুধোঁতে কৈছিল যে— নৰেনৰ সৰু ল'ৰাটোৱে গোহালি ঘৰত দ'ম বান্ধি থকা চান-খেৰৰ জুইৰ আগ থালীৰ কাষৰ পৰা দলিয়াই দিছিল। কথাখিনি কৈ সমীনৰ ঘৈণীয়েক মনে মনে আছিল। শশীন আৰু নৰেনৰ ঘৈণীয়েকে একো মাত বোল কৰা নাছিল। ৰমেনে পুনৰ মাক সত্যসন্ধ্যাৰ পৰা ঘটনাৰ সবিশেষ জানিবলৈ খুজিছিল আৰু সি মাকক সুধিছিল— মা? যি হে গ'লতো গ'ল। পিচে ভবেনে আপোনাক কৈছিলনে নাই গাওঁত পুনৰ নতুনকৈ ঘৰ বন্ধাৰ কথা। মাক সত্যসন্ধ্যাই কৈছিল— বোপা, মোক ভবেনে গাওঁত পুনৰ ঘৰ বন্ধাৰ কথা একো কোৱা নাছিল। ঘৰ পুৰি যোৱাৰ দিনা আবেলি ভবেনে আমাক মাত্ৰ দি গুৱাহাটীৰ ফালে বুলি বাচ গাড়ীত উঠিছিল। ৰমেনৰ ঘৈণীয়েক মালাই কিন্তু সেইবোৰ সকলো আলোচনা শুনি আছিল আৰু গিৰিয়েকক কৈছিল— হেৰি আপুনি সেইবোৰ বিতং খবৰ জানিবলৈ ইমান চেষ্টা চলাইছে কিয়? আপুনি পাৰে যদি গাওঁৰ ভেটি কেইটাত কেনেকৈ নতুনকৈ ঘৰ তুলিব পাৰে তাৰহে চেষ্টা চলাওক। লগতে আপুনি শশীন আৰু সমীনৰ সৈতে আলোচনা কৰক। আৰু আপুনি নৰেন আৰু ভবেনলৈ মনৰ কথা জনাওক। আপোনালোক তিনি-জন ভাই-ককাই ঘৰতেই আছে। ভবেন আৰু নৰেনলৈ চিঠি লিখি মাতি আনক। অৱশ্যে ৰমেনে একো মাত বোল কৰা নাছিল। শশীন আৰু সমীনে কিন্তু ন-বৌৱেকক সমৰ্থন দিছিল। ৰমেনে তেতিয়া দুখেৰে ঘৈণীয়েক মালাক কৈছিল— মালা— মই জনাৰ ভিতৰত শশীন আৰু সমীনৰ ঘৰ বন্ধাৰ কাৰণে টকা পইচা দিয়াৰ সমৰ্থন নাই। লগতে খেতিৰ আয় নাই। মই যে অকলে এই কামত আগ বাঢ়িব পাৰিম তাৰো নিশ্চয়তা নাই মালা, কাৰণ মই

তোমাক দুখেৰে জনাও যে, যদি মোৰ আকৌ কেইটামান বছৰ চাকৰি হাতত থাকিলহেঁতেন তেতিয়া হলে মই আগৰ দৰে নিজেই এই কাম কাজ পাতি ললোঁহেতেন। কিন্তু মোৰ এতিয়া মূৰৰ বোজা-বোৰ পাতলাবহে খুজিছো। কাৰণ তুমি দেখিছাই নহয়— এইখন ঘৰ এতিয়া অভাৱ অনাটনৰ সাগৰ গৰ্ভত। তেনে অৱস্থাত যে আকৌ গাওঁৰ ঘৰখনে ঠন ধৰিব মোৰ কিন্তু মালা মনে নকয়। দেউতা এতিয়া অৱসৰপ্ৰাপ্ত সৈনিক। গাওঁৰ ঘৰ বন্ধাৰ কাৰণে কিবা যে সহায় পাম মোৰ মনে নকয়। এতিয়া গাওঁত বাস কৰা মানুহৰ শোচনীয় অৱস্থা। চৌপাশে অভাৱ অনাটন। বজাৰত বস্তুৰ জুই চাই দাম। মিঠাতেলৰ কেজি আঠাইশ টকা। শাসক বৰ্গই চকুমুখ ক'লা কাপোৰেৰে বান্ধি আছে। প্ৰতি পৰিয়ালত গুণ গুণনিৰ সৃষ্টি হৈছে। দেশৰ চৌপাশে এজাক গৰম বতাহ বলি আছে। দেখিয়ে আছো কৰবাত প্ৰলয়ঙ্কৰী বানপানী আৰু কৰবাত খৰাং বতৰ। দেশত সৃষ্টি হৈছে অৰাজকতাৰ। আকৌ কওঁ শুনা এৰাতি থকাৰ কাৰণে গাওঁৰ ঘৰত সংস্থান নাই।

— সেইবোৰ চিন্তা এৰক। এতিয়াই নৰেন আৰু ভবেনলৈ চিঠি লিখক। পাঁচ ভাই মিলি কোবা মিলা কৰি আকৌ গাওঁৰ ভেটিত নতুনকৈ ঘৰ সজাওক। ৰমেনে পুনৰ ঘৰ পুৰি যোৱা ভেটি কেইটালৈ চালে। তাৰ দুচকুৰে সৰ্ সৰ্কৈ পানী নিগৰি পৰিল। মালাই সেই দৃশ্য দেখি সান্ত্বনা দিছিল। কিন্তু ৰমেনে মালাৰ কথাহে শুনি গৈছিল। তাৰ মগজুৱে কিন্তু একো কাম কৰা নাছিল। হঠাতেই ৰমেনে মালাক বিশ্ববিখ্যাত দাৰ্শনিক "কন্‌ফুচিয়াৰৰ" এষাৰ কথা কলে। সেই দাৰ্শনিক জনে কৈছিল— "Our greatest glory is not in never falling but in rising everytime we are to fall." বুইছা মালা, মই যিটো বুজিলো এতিয়া আৰু মোৰ জীৱনত একো নহব। মোৰ দ্বাৰাই কোনো মহৎ কাম নহব। কাৰণ যিজন মানুহে নিজৰ গাৱঁৰ ঘৰখনকেই মজবুত কৰিব নোৱাৰিলে সেইজন মানুহৰ পৰা যে কেতিয়াবা দেশৰ আৰু বাইজৰ উপকাৰ হব আশা কম। এতিয়া আৰু সময় নাই। যি দেখা পালো এই জীৱন কেৱল এনেকৈয়ে শেষ হব। পোহৰ দেখা নেপাম।

— আপুনি ইমান হতাশ হৈছে কিয়? আকৌ ধৈৰ্য্য ধৰক। ঠাণ্ডা মগজু এটা লৈ কামত আগ বাঢ়ক। তাকে কৈ মালাই আকৌ পাক

ঘৰলৈ আগ বাঢ়িছিল। তেতিয়া আবেলি ছয়মান বাজিছিল। ৰমেনে মালাই কোৱা মতে সৰু ভায়েক নৰেন আৰু ভবেনলৈ তলত দিয়া ধৰণে চিঠি লিখিছিল।

মৰমৰ নৰেন আৰু ভবেন,

মোৰ মৰম লবা। মই প্ৰবাসৰ পৰা গাৱঁৰ ঘৰ আহি পোৱাৰ দুই দিনমান হ'ল। চিঠি পালেই দুয়োজনে যেন আহি গাৱঁৰ ঘৰ পোৱাহি। কাৰণ পুৰি যোৱা ভেটি কেইটাত আকৌ নতুনকৈ ঘৰ বান্ধিব লাগে। আমি কোনোমতে আছো। ইতি—

"ৰমেন"

( দুই )

পিচ দিনা ৰাতিপুৱা দহমান বাজিছিল। ৰমেন ঘৰৰ পৰা গাওঁৰ ৰাজ পথেদি খোজ লৈছিল। সি গাওঁখনৰ পূবৰ পৰা পশ্চিমলৈ আৰু উত্তৰৰ পৰা দক্ষিণলৈ ঘূৰিছিল। গাওঁৰ মানুহৰ আগৰ তুলনাত আৰ্থিক অৱস্থা ভালেই দেখিছিল। বহুতৰ ঘৰত খেৰৰ ঘৰৰ পৰিবৰ্ত্তে টিনৰ ঘৰ উঠিছিল। সি নানা জনৰ লগত কথাও পাতিছিল। গাওঁৰ প্ৰতিটো পৰিয়ালৰ খা-খবৰ লৈছিল। এজনে কথা প্ৰসঙ্গত ৰমেনক কৈছিল, ৰমেন বলা— আজি আমাৰ স্কুল ঘৰৰ সমুখত ৰাইজৰ অস্তিত্ব ৰক্ষাৰ মিটিং আছে। ৰমেনে সেই কথা শুনি মানুহজনক কৈছিল,— মিটিং শুনাত মোৰ একো আপত্তি নাই। কিন্তু মোক যদি আকৌ কিবা কথা কব কয়। মানুহজনে কৈছিল, কবলৈ কলে কৈ দিবা। মই জানোনহয় তুমি প্ৰবাসত থাকিলেও ভাষা জননীৰ সেৱা কৰি আছা বোলে। গাওঁবোৰৰ কথা পাহৰি যোৱা নাই বোলে। ৰমেনে মানুহজনৰ কথা শুনি হাঁহিছিল। জানে বৈশ্য ? আজিলৈ দেখোন মোৰ উপস্থিতি গাওঁৰ মানুহে বিচৰা নাই। সেইবোৰ হব বলা ভাই। সময়ত দেখা যাব। দুয়োজনে স্কুল ঘৰৰ প্ৰাঙ্গণলৈ আগ বাঢ়িছিল। এজাক ৰিব্ ৰিব্ মলয়া বতাহ বলিছিল।

তেতিয়াও মিটিং আৰম্ভ হোৱা নাছিল। ৰমেন আৰু মানুহজনে গৈ স্কুল ঘৰৰ প্ৰাঙ্গণত থিয় হৈছিল। সভাপতি মিঃ সাউদে ৰমেনক দেখি মাতিছিল। ৰমেন আগ বাঢ়িছিল— মিঃ সাউদৰ কাষলৈ। মিঃ সাউদে ৰমেনক এখন চকী দেখুৱাই দিছিল।

ৰমেন বহিছিল। সভাপতি মিঃ সাউদে বহাৰ পৰা উঠি কৈছিল। এতিয়া আৰম্ভণী গীত। গীত পৰিবেশন কৰিব গাওঁৰ কেইজনমান উদীয়মান অনাতাঁৰ শিল্পীয়ে, তেওঁলোকে গাই গৈছিল—

অ' অসমীয়া অ' ভাৰতীয়
জাগিবৰে সময় হ'ল
দেশত সোমোৱা বিদেশীবোৰক
গুভতাই পঠাও বল।
মনে মনে বহি ভাবি গুণি ৰলে
নৰব দেশৰ মান
আহা সবে মিলি পতাকা তলত
সমন্বয়ৰ গাও গান
দেশৰ জনতা সচেতন হবৰ
এতিয়া সময়ে হ'ল।

আৰম্ভণী গীতৰ শেষত মিঃ সাউদে নিৰ্দিষ্ট বক্তা কেইজনৰ নাম কৈ তেওঁ পুনৰ চকীত বহিছিল। বক্তা সকলে এজনৰ পাচত আনজনে নিজৰ নিজৰ ভাষণ দি গৈছিল। ৰমেনে প্ৰতিজন বক্তাৰ ভাষণ শুনি গৈছিল। এনেকৈয়ে হয়তো প্ৰায় আধা ঘণ্টামান পাৰ হৈছিল। নিৰ্দিষ্ট বক্তা কেইজনৰ ভাষণ শেষ হোৱাত মিঃ সাউদে বহাৰ পৰা উঠি ৰাইজক কৈছিল, ৰাইজ এতিয়া আমাৰ গাওঁৰে প্ৰবাসত থকা ৰমেন বৈশ্যই ভাষণ দিব। ৰমেন বৈশ্যৰ নাম শুনি ৰাইজৰ মাজত এটা গুণ্‌গুণনিৰ সৃষ্টি হৈছিল। ৰমেনে বহাৰ পৰা উঠি ৰাইজক সেৱা জনাই তেওঁ ভাষণ আৰম্ভ কৰিছিল।

ৰাইজ!

আজি মোৰ অতি সৌভাগ্যৰ দিন। মই ভবাই নাছিলো যে গাওঁ আৰু অঞ্চলত থকা মানুহখিনিয়ে মোৰ দৰে এজন একো নজনা নামহীন মানুহৰ ভাষণ শুনাৰ কাৰণে বৈ থাকিব বুলি। ৰাইজ! মই এজন সঁচাকৈয়ে মোৰ দেশত আৰু বিশ্বৰ অচিনাকি মানুহ। অৱশ্যে মই বক্তাও নহয় আৰু দেশ সেৱকও নহয়। নহয় মই মন্ত্ৰী, এম, এল, এ। নহয় মই ইংৰাজী ভাষাত এম, এ, পাছ। ভাষা জননীৰ সেৱা কৰাৰ মোৰ যোগ্যতা নাই। কিন্তু ৰাইজ! মই এতিয়া সুন্দৰকৈ দেশ স্বাধীনতাৰ পিচত বুজি পাইছো যে, এই দেশত সঁচা কথা কোৱা মানুহৰ খুব অভাব হৈছে। সত্য কথা কোৱা মানুহ বিংশ

শতাব্দীৰ শেষত দেশত আৰু বিশ্বত নাই বুলি কলেও ভুল নহব নেকি? যিবোৰ আছে তেওঁলোক দুখীয়া। জানেই নহয় আপোনালোকে প্ৰতিদিনে দেখি থকা দেশৰ চৌপাশে আমি যি সকলক দেশসেৱক আৰু ৰাজনীতিজ্ঞ বুলি ভাবোঁ তেওঁলোকৰ কিছুমানেই দেশত বাসকৰা গাওঁ আৰু নগৰৰ জনগণক বিপথগামী কৰি আছে। মানুহক হাতে হিমজুৰে চোৰ বৃত্তিৰ ফালে কঢ়িয়াই লৈ গৈ আছে। আমাৰ শৰীৰৰ শিৰে শিৰে এতিয়া বওা তেজৰ পৰিবৰ্তে ভেজাল তেজ বৈ আছে। খোৱা বস্তুৰ পৰা ঔষধলৈকে ভেজালী হৈছে। দেশৰ ভৱিষ্যত নাগৰিক ডেকা-গাভৰুসকলক অন্ধকাৰৰ ফালে টানি লৈ গৈ আছে। সত্য অন্বেষণৰ পৰিবৰ্তে মিছাৰ জয়গান গোৱা হৈছে। অথচ উঠি অহা ডেকা-গাভৰু সকলেই এদিন এই দেশৰ প্ৰধান মন্ত্ৰী আৰু ৰাষ্ট্ৰপতি হৈ দেশ চলাব লাগিব। জানে বাইজ! এতিয়া সকলো ধৰ্মৰ মানুহে কেৱল ঘূৰিছে টকা আৰু সুখৰ পিচত। ঘূৰিছে ক্ষমতাৰ পিচত। প্ৰতিদিনে ৰাজনৈতিক হত্যাকাণ্ড চলিয়ে আছে। তাৰ কাৰণে দোষী কোন? দোষী স্বাৰ্থলোভী দেশৰ কিছুমান নেতা নহয়নে বাৰু? পৰিস্থিতি কেৱল মোৰ এই ভাৰতবৰ্ষতেই নহয় সমগ্ৰ বিশ্বত। পৃথিৱীৰ চৌপাশে এজাক গৰম বতাহ বলি আছে। মানুহবোৰ টকা আৰু ক্ষমতাৰ পিচে পিচে দৌৰি আছে। সাম্প্ৰদায়িক মনোভাবে মানুহক অন্ধ কৰি আছে। ধৰ্মই মানুহক পোহৰৰ ফালে নিয়ে। কিন্তু সেই ধৰ্মকো কিছুমানে ৰাজনীতিত প্ৰয়োগ কৰে।

জানে বাইজ! বাতৰি কাকতখন খুলি ললেই দেখা পাব মানৱ মৃত্যুৰ বাতৰি। মই ভবাই নাছিলো মানুহে মানুহৰ যম হব বুলি। যম ৰজাই সেই দৃশ্য দেখি দূৰৰ পৰা হাঁহি হাঁহি আছে আৰু কৈছে এতিয়া মানুহৰ শৰীৰত বেমাৰ-আজাৰ জাপি দি মানুহক মৃত্যু ঘটোৱাৰ প্ৰয়োজন নাই। মানুহে মানুহক হত্যা কৰিলে সেই মৃতক সকলৰ আয়ুস থাকোতেই যে মৃতক হব লগা হৈছিল সেইবোৰ কাগজ-পত্ৰ ঠিক কৰি ৰাখিব লাগিব যম ৰজাৰ অফিচত। প্ৰতিদিনে গাড়ীৰ দুৰ্ঘটনাত মানুহ মৰিয়ে আছে। মানুহবোৰে ৰমেনৰ কথা শুনি হাত চাপৰি দিছিল। ৰমেনে অলপ সময় নীৰৱে থাকি কৈছিলে, বাইজ! সঁচা মানুহৰ দেশ গঢ়ি তুলিব লাগিলে আমি হিংসাবৃত্তি এৰিব লাগিব। কবি-সাহিত্যিক সকলক দেশ চলোৱাৰ ভাৰ তুলি দিলেহে এই দেশ আকৌ নন্দন বনদন হব। সেয়েহে

বিশ্ববিখ্যাত দাৰ্শনিক প্লেটোৱে কৈছিল — "Every Politician must be philosopher" প্ৰতিজন ৰাজনীতিজ্ঞ হব লাগিব দাৰ্শনিক। তেতিয়াহে দেশত বাস কৰা প্ৰজাবৰ্গৰ মঙ্গল হব। লগতে ৰাইজে নিৰ্বাচনৰ সময়ত উপযুক্ত জনকহে নিজৰ বহুমূলীয়া ভোটটো দি জয়যুক্ত কৰিব শিকিব লাগিব। টকাৰ মোহ এৰিব পৰা হব লাগিব। এতিয়া ৰাইজ। মই অইন এটা প্ৰসঙ্গলৈ আহিব খুজিছো। একোটা পৰিয়াল আৰু একোখন দেশ ধ্বংস হয় কৰ্ত্তাজনৰ ভুলৰ কাৰণে। প্ৰতিটো পৰিয়ালৰ মুৰব্বীজন হব লাগিব চিন্তাশীল। লগতে হব লাগিব বুধিয়ক। চিন্তাশীল হব লাগিব দেশৰ ৰজাজন। কথাতেই কয় নহয়, ৰজাৰ পাপে ৰাজ্যক খায়, তিৰোতাৰ পাপে পুৰুষক খায়। আমি কিবা এটা পাবলৈ হলে তাৰ কাৰণে কঠোৰ শ্ৰম কৰিব লাগিব। আশাশুধীয়া শ্ৰম কৰিব লাগিব। অসমীয়া জাতিয়ে কিবা বিচাৰিলে দিল্লীৰ প্ৰশাসনৰ বিপৰীতে আন্দোলন কৰিব লাগে। সেই কাৰণে কওঁ যে, যিবোৰ মানুহে শ্ৰম কৰি আছে তেওঁলোকে দুবেলা দুমুঠি ভাত খাবলৈ পাবই। ইংৰাজীত এষাৰ কথা আছে। কথাষাৰ এয়া — "Chance comes to the prepared mind". যিবোৰ মানুহে অবিৰাম গতিৰে কাম কৰি সময়ক কামৰ মাজেৰে দখল কৰি আছে তেওঁলোকৰ দৰে সুখী মানুহ এই পৃথিৱীত নাই। মোৰ সময়বোৰ কিদৰে যায় নিজেই নেজানো। মোৰ সময়ৰ বৰ অভাৱ। কেৱল দিনভৰ কঠোৰ শ্ৰম কৰি ৰাতি পাঁচ বা ছয় ঘণ্টা টোপনি মাৰো। ৰাতিপুৱা শুই উঠাৰ পিচৰ পৰাই মোৰ সময়ৰ সৈতে সংগ্ৰাম আৰম্ভ হয়। জানে ৰাইজ! মই এজন কবিতা লিখা মানুহ। এতিয়া মোৰ এফাকি কবিতা শুনক—

এই গাৱঁ মোৰ গাৱঁ
চিৰ চেনেহী জন্মভূমি মৰমী গাৱঁ
জনমে জনমে যেন
অসমীৰ কোলাতেই মই পুনৰ জনম পাওঁ।
এই দেশ মোৰ দেশ
সত্তৰ কোটি জনতাৰ দেশ
অতি মৰমৰ অতি চেনেহৰ
নিতে নিতে দেখি আছো
নতুন পুৰুষ আৰু নাৰী সকলৰ

নব নব বেশ
গঢ়ি তুলিব পাৰিম নে
গাৱঁ আৰু নগৰত দেখা দিয়া
ক্লেদাক্ত এন্ধাৰবোৰ নাশি
ঘৰে ঘৰে নতুন পৰিবেশ ।

এতিয়া বাইজ মই দেখি আছো এনেকুৱা মানুহে লোকৰ বস্তু নকল কৰি অমৰ হোৱাৰ প্ৰয়াস । কিন্তু তেওঁলোকে ভবাটো উচিত হব যে, গঠনমূলক চিন্তাৰ অপমৃত্যু যেন নঘটায় । কাৰণ নানাজনে নানা ভাবে পথ লৈছে ইতিহাসৰ পাতত নাম থৈ যোৱাৰ কাৰণে । কিন্তু আমি দেখি আছো বহুতেই লোকৰ মূৰৰ ঘিউ খাই নিজে মেধাবী হোৱা । বাক সেইবোৰ এৰিছো । সমালোচক সকলে তাৰ বিচাৰ কৰিব ।

অচিনাকি মানুহৰ কথা শুনি হয়তো বহুতৰে আচাং আচাং লাগিব পাৰে_বাইজ । আগতেই কৈছো নহয় মই অচিনাকি । নীৰৱেই আহিছিলো নীৰৱেই গুচি যাম । মৃত্যুৰ বাতৰি শুনি কিছুমানৰ সেই বাতৰিটো অনাতাঁৰ কেন্দ্ৰ আৰু বাতৰি কাকতবোৰে প্ৰকাশ কৰে । অৱশ্যে মোৰ সেইবোৰ প্ৰয়াস নাই । সেইবোৰ নাম মোক অকণো নালাগে । মৃত্যু হলেই সকলো শেষ । হয়তো আপোনালোকৰ মোৰ কথা শুনি আমনি লাগিব পাৰে । মই কিন্তু মনে ভবা কথাবোৰ কৈ যাম । আজি আমনি দিমেই । মই কোৱা কথাবোৰ মাইলৰ খুঁটি নহব পাৰে কিন্তু মই যিবোৰ কথা কৈছো সত্য আৰু ভগবানক আগত ৰাখি কৈছো । কাৰণ মই বিশ্বৰ সকলো ধৰ্মকেই বিশ্বাস কৰো । সকলো ধৰ্মৰ প্ৰতি মোৰ বিশ্বাস আছে । Dr. S. Radhakrishnanএ কৈছিল— "It is said that a man without religion is like a horse without bridle". কিন্তু মনত ৰাখিব, ধৰ্মই মানুহক জীয়াই নাৰাখে মানুহে ধৰ্মক জীয়াই ৰাখে । যেয়ে যি ধৰ্মৰ মানুহ সেই ধৰ্মই তেওঁলোকৰ পৰিচয় ।

আমি অসমৰ অসমীয়া । আমাৰ মাতৃ ভাষা অসমীয়া । কিন্তু এই অসমতেই এতিয়া দেখি আছো নানা ভাষাই মূৰ দাঙি উঠা । তাৰ বাবে দোষী কোন ? ভাষাৰ প্ৰসাৰতা বঢ়োৱাই হ'ল প্ৰতিজন নাগৰিকৰ মুখ্য উদ্দেশ্য । অসমীয়া ভাষাৰ শুৱি বঠা ধৰোতাসকলক মই সেৱা জনালো বাইজ । এই ভাৰতত আমাৰ পৰিচয় ভাৰতীয়

বুলি তাৰ পিচতহে অসমীয়া বুলি। আমি সকলো হিন্দু, মুছলমান, খ্ৰীষ্টান, শিখ, বৌদ্ধ, জৈন ভাই ভাই। বিভেদকামী মনোভাব এৰিবৰ হ'ল বাইজ। এতিয়া আমাৰ ভিতৰত সংহতিয়ে হ'ল জাতি গঠনৰ মূল ভেটি। সেই মন্ত্ৰ লৈ আমি প্ৰতিজনে আগ বাঢ়িব লাগিব। নিজৰ প্ৰদেশত উপযুক্ত মানুহ নহলে শিক্ষিত নিবনুৱা ডেকা-গাভৰু সকলক প্ৰশিক্ষণ দি আনিব লাগিব। এতিয়াও অসম দেশৰ মানুহক বহিৰাগতই শোষণ কৰি থকা দেখিছো। বাধা দিব পৰা নাই। — এই অসমীয়া জাতি যে কিমান দুৰ্ভগীয়া।

আমাৰ বাইজ! জীৱনৰ লক্ষ্য হ'ল জীয়াই থকাৰ। প্ৰতি-জন নাগৰিকে বিচাৰে দুবেলা দুমুঠি ভাত, পিন্ধিবলৈ কাপোৰ আৰু থাকিবলৈ লাগে এখন শুৱনী ঘৰ। কিন্তু মই জানি আছো যে,— এইখন দেশত এতিয়াও মাটি হীন খেতিয়ক হেজাৰ-বিজাৰ আছে। নিবনুৱা ডেকা-গাভৰু লাখ লাখ আছে। তথাপি এই ভাৰতলৈ অইন দেশৰ মানুহ সোমাই আছে। তাৰ অৰ্থ কি বাইজ! দেশত ৰজা নাই নেকি? দুই নম্বৰ ধান্দা লৈ একে ৰাতিৰ ভিতৰতেই ধনী হোৱা মানুহ হেজাৰ-বিজাৰ আছে। সেইবিলাক মানুহৰ সা-সম্পত্তিৰ হিচাব লব লাগে। মুখা পিন্ধা দেশ সেৱকৰ সংখ্যা বাঢ়িছে। কিন্তু জাতিৰ পিতা মহাত্মা গান্ধীৰ দৰে দেশ সেৱক যে আকৌ এই দেশত জন্ম পাব মোৰ মনে নকয়। ৰাম ৰাজ্য গঢ়ি যে জাতিৰ পিতাৰ স্বপ্ন দিঠক কৰিব সেই আশা দেখা নাই। টকা ঘটিয়ে ক্ষমতাৰ পূজা কৰিবলৈ ধৰে। লগতে তেওঁলোকে ক্ষমতা অটুট ৰখাৰ কাৰণে বহু ধৰণৰ কৌশল অৱলম্বন কৰে। ৰাৰু এতিয়া মোক অন্য প্ৰসঙ্গলৈ আহিব অনুমতি দিয়ক।

খেতিয়েই হ'ল খেতিয়কৰ জীৱন নিৰ্বাহৰ পথ। এতিয়া আমাৰ অসম দেশৰ খেতিয়ক সকলে আগৰ তুলনাত বিশ গুণ বেচি কাম কৰিব লাগিব। মাটিবোৰ আগৰ তুলনাত অনুৰ্বৰা হৈছে। গতিকে নিয়মীয়া ৰ'দ আৰু বৰষুণ আশা কৰি থাকিলে নহব। তাৰ কাৰণে অসমৰ খেতিয়কে বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰিব লাগিব। শাসক বৰ্গই প্ৰতিখন গাওঁলৈ গৈ নিজে চাব লাগিব। খৰাং বতৰ আৰু বানপানীক বাধা দিব লাগিব। আকৌ কও শুনক! অসমৰ খেতিয়কে বিহাৰ, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ, কৰ্ণাটক, গুজৰাট, মহাৰাষ্ট্ৰ, হাৰিয়ানা, পাঞ্জাব, ৰাজস্থান, কেৰেলা আৰু

মাদ্ৰাজৰ খেতিয়ক সকলৰ দৰে খেতি কৰিব লাগিব। মিঠা-মুখীয়াৰ দলক প্ৰশ্ৰয় নিদিব। জাতি গঠনৰ গুৰিত যি সকল সম্প্ৰদায়ে বাধা দিয়ে সেই সম্প্ৰদায়ক ক্ষমা নকৰিব। মহাপ্ৰভুসকল ভগবান নহয়। মৃত্যু সকলোৰে আছে। এদিন সকলোৱে মৃত্যু বৰণ কৰিব লাগিব। আমাৰ দেশত এই বিংশ শতাব্দীৰ শেষতো এদল মানুহে কঠোৰ শ্ৰম নকৰাকৈ জীৱন নিৰ্বাহ কৰা প্ৰমাণ হেজাৰ-বিজাৰ আছে। জানে বাইজ এই জন্মই শেষ। পৰজন্ম মোৰ বিশ্বাস নহয়, যদিও ধৰ্মই মানে আৰু বিশ্বাস কৰে। কিন্তু আমি ক'ৰ পৰা আহিছিলো, ক'ত আছো আৰু কলৈ যাম কোনো মানুহে কব নোৱাৰে। তাৰ প্ৰমাণ আজিলৈকে পোৱা নাই। নিজ ধৰ্ম এৰি পৰ ধৰ্ম লোৱা মানুহ কিন্তু ভয়াবহ। তেনে লোকক বিশ্বাস নকৰিব।

জানে বাইজ! বহুত পুৰণি কথা পৰিছে মনত। সত্য কথা কোৱাৰ বাবে এজন মিঠা-মুখীয়াই মোৰ ওপৰত অভিযোগ আনিব খুজিছিল। গাওঁৰ সহজ সৰল মানুহ গোটাইছিল। মই গাওঁলৈ আহিলে মোক ঠেলা-গাড়ীত তুলিলৈ গাওঁ আৰু অঞ্চল ঘূৰাব বুলি কৈছিল। উকীলৰ পৰামৰ্শ লৈছিল। শেষত সেই মিঠা-মুখীয়া জনৰ একো কামত নাহিল। মই অকলেই এদিন গাওঁত ঘূৰি ফুৰিছিলো। এতিয়া আমি প্ৰতিদিনে দেখি আছো— মিঠা-মুখীয়া সকলে গাওঁ এৰি নগৰ মুখী হ'ল। চাকৰি-বাকৰি আৰু বেপাৰ-বাণিজ্যত লাগি গ'ল। কিয়? মন কৰিবলগীয়া কথা। মৰা গৰুৰ মুখত ঘাঁহ দিয়া আৰু মৃতকক বৈতৰণী পাৰ কৰি দিয়া একেই কথা। মাটিৰ জাতি নাই। নাঙলৰ সীৰলুত উৎপন্ন হোৱা খাদ্য বস্তুৰ জাতি নাই। তেনেহলে জাতি কাৰ আছে? ধনী বজা সকলৰ পৰিয়ালত জাতি ভেদ নাই। জন্মগত জাতিটোক জীয়াই ৰাখিছে এতিয়া কোনে? দুখীয়া সকলে নহয়নে বাইজ! এতিয়া অসমত যোৱা ছয় বছৰেই হৈ যোৱা অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কথা কম। এই দেশত বিদেশী বহিষ্কাৰৰ আন্দোলনৰ নেতৃত্ব দিছিল ছাত্ৰ-ছাত্ৰী সকলে। কিন্তু অ-গ-পই শাসন ভাৰ তুলি ললে। অনুপ্ৰবেশকাৰী কিমানক ওভতাই পঠালে? শ্বহীদ ভাই ভনী সকলে কিন্তু আজিও আমাক সকিয়াই আছে— দেশ, জাতি, মাটি, ভাষা, কৃষ্টি ৰক্ষা কৰিবলৈ। পুলিচ আৰু চি-আৰ-পিৰ গুলিত বহু লোকে প্ৰাণ হেৰুৱাইছিল। ক্ৰন্দন শুনিছিলো

মাক-দেউতাকৰ। ক্ৰন্দন শুনিছিলো অসমী জননীৰ। জানে ৰাইজ! আমি আৰু সহস্ৰ সহস্ৰ জনতাই আন্দোলনক সমৰ্থন দিয়া কাৰণেই হয়তো অসমীয়া জাতিয়ে এক হব পাৰিছিল। অ-গ-পই সমৰ্থ হৈছিল অসম দেশৰ ৰাজদণ্ড তুলি লবলৈ। অ-গ-পক আমি কম হলেও অসমত বিশ ত্ৰিশ বছৰ ৰাখিব লাগিব দেশৰ ৰক্ষাৰ হকে। এদল অসমীয়াই আন্দোলনৰ বিপৰীতে আছিল। তেওঁ-লোকে ল'ৰা-ছোৱালীক অসমৰ পৰা নি উচ্চ শিক্ষা লোৱাৰ কাৰণে দিল্লী বোম্বেলৈ পঠিয়াইছিল। সেই বিলাকৰ ওপৰত বৰ্ত্তমান অ-গ-পই কি মনোভাৱ লৈছে! অৱশ্যে ক্ষমা কৰিব লাগিব। কাৰ ওপৰত কিটো কৰিছে ৰাইজে আজিলৈকে জনা নাই। জানেই নহয় ৰাইজ! এতিয়া দিন সলনি হ'ল। মানুহৰ মনবোৰ সলনি হ'ল। বিশ্বাস মোৰ দেশত আৰু বিশ্বত কেৱল খাটি খোৱা মানুহ খিনি জীয়াই থাকিব। বহি খোৱাৰ দলে হা ভাত, হা পানী, হা কাপোৰ, হা ঘৰ কৈ হিয়া ধুনি কান্দিব লাগিব। ৰাইজ! আজি মই আপোনালোকৰ আগত বহুত কথাকেই কলো। যদি কৰবাত কিম্বা ভুল বা দোষ কৰিছো মোক যেন ক্ষমা কৰে। তাকে কৈ ৰমেন পুনৰ চকীত বহিছিল। চৌপাশৰ পৰা হাত চাপৰি পৰিল।

মিঃ সাউদে সভাপতিৰ ভাষণত কৈছিল, ৰাইজ সঁচাকৈয়ে যদি ৰমেন বৈশ্যাই চিন্তা কৰাৰ দৰে দেশৰ সকলো নাগৰিকে উল্লে-খিত কথাবোৰ ভাবিলেহেতেন এই দেশ কেতিয়াবাই নদন-বদন হ'ল হেতেন। খাদ্য আৰু নিবনুৱা সমস্যা ই দেশত নাথাকিলহেতেন। কিন্তু! মই অনুৰোধ কৰো দেশৰ ভবিষ্যত সকলে ৰমেন বৈশ্যাৰ পথ লৈ যেন দেশ ৰক্ষাৰ হকে আগবাঢ়ে। মই আজি আৰু মোৰ ভাষণ দীঘল নকৰো। এতিয়া সামৰণী গীত পৰিবেশন কৰিব আমাৰ শিল্পী বৃন্দই—

আমি অসমৰ অসমীয়া
ৰাখিব লাগিব জাতিৰ মান,
যি দেশত আমি জনম লভিছো
সেই দেশৰেই গোৱা জয় গান।
আমি অসমীয়া আমি ভাৰতীয়
পৃথিৱী আমাৰ ঘৰ,

শান্ত সৰল পৰিবেশ গঢ়াৰ বাবে
আছে প্ৰয়োজন প্ৰতি জনৰ
আগবাঢ়ি গলে সেই পথে আমি
এই দেশ হব সু-মহান ।

গীত শেষ হোৱাৰ পিচত মিঃ সাউদে বহাৰ পৰা উঠি পুনৰ কৈছিল, ৰাইজ আত্মিৰ কাৰণে সভা ভঙ্গ । ৰাইজ ঘৰাঘৰি খোজ লৈছিল ।

( তিনি )

দুদিনমান পিচৰ কথা । ৰমেন আৰু দেৱীয়েক মালাই মাক-দেউতাকক পুনৰ সেৱা জনালে । ইতিমধ্যে নবেন আৰু ভবেন প্ৰৱাসৰ পৰা আহি গাওঁৰ ঘৰ পাইছিল । ৰমেনৰ বৰ আনন্দ লাগিছিল । সি যি উদ্দেশ্য কৰি প্ৰৱাসৰ পৰা আহি পাইছিল হয়তো তাৰ স্বপ্ন দিঠক হব । দুই লাগি ঘৰ কেইটা পুৰি যোৱা ভেটি কেইটাত আকৌ নতুনকৈ ঘৰ উঠিব । তেনে এটা মনোভাব লৈ ৰমেনে তাৰ মাক-দেউতাক, সৰু ভায়েক শশীন, সমীন, নবেন, ভবেন লগতে মালা আৰু শশীন সমীনৰ ঘৈণীয়েক সকলৰ সৈতে ঘৰ নতুনকৈ বন্ধাৰ বাবে আলোচনাত বহিছিল ।

তেতিয়া চোতাল চাকি ৰ'দ উঠিছিল । ৰমেনে বহাৰ পৰা উঠি কৈছিল মা-দেউতা আৰু ভাই সকল, আমি সকলোৱে জানো যে গাওঁৰ ঘৰত জুই লাগি পুৰি যোৱা ঘৰ-দুৱাৰ, সা-সম্পত্তি ঘূৰাই নাপাও । এতিয়া মোৰ কথা হ'ল এই যে, ঘৰ পুৰি যোৱা ভেটি কেইটাত আমি এক হৈ আকৌ নতুনকৈ ঘৰ তুলিব পাৰিলেহে এই ঘৰৰ মান সন্মান অটুট থাকিব । আকৌ গাওঁৰ ঘৰখনে হাঁহিব । আমিও জীয়াই থকা দিন কেইটা এই ঘৰতেই সুখে শান্তিৰে কটাই দিব পাৰিম । এতিয়া ভাইসকল তোমালোকৰ নিজৰ মতামত কৰ লাগে । মই কিন্তু জনাৰ ভিতৰত দেউতা অৱসৰ পোৱা মানুহ । মাৰ কোনো সা-সম্বল নাই । নাই শশীন আৰু সমীনৰ । এতিয়া নবেন আৰু ভবেনে কব লাগে গাওঁত নতুনকৈ ঘৰ বন্ধাৰ মতামত । তাকে কৈ ৰমেন বহিল ।

নবেনে বহাৰ পৰা উঠি কলে, দেউতা-মা আৰু ককাইদেউ । মোৰ ফালৰ পৰা এঁকো সমৰ্থন নাই । কাৰণ মই এটা সামান্য

চাকৰি কৰো। পৰিয়াল হ'ল ছয় জন। মই জনাৰ ভিতৰত ৰমেন ককাইদেউৰ নাই। কাৰণ তেখেতৰ ল'ৰা-ছোৱালী ডাঙৰ হৈছে। এতিয়া স্কুল কলেজ আৰু ঘৰ সংসাৰৰ চিন্তা কৰিব লগা হৈছে। অৱশ্যে ভবেনৰ সম্বল আছে। লগতে ভবেনৰ ল'ৰা-ছোৱালীও ডাঙৰ হোৱা নাই। আকৌ ভবেনৰ এটা সুবিধা আছে যে— তাৰ ঘৈণীয়েকে চাকৰি কৰে। তাকে কৈ নৰেন বহিল। ভবেনে বহাৰ পৰা উঠি কলে— মোৰ গাওঁত ঘৰ বন্ধাৰ অকণো ইচ্ছা নাই। কাৰণ মই ইতিমধ্যে গুৱাহাটীত ঘৰ বান্ধিছো। লগতে মোক এতিয়া প্ৰতিমাহত খৰচ দুই হেজাৰ টকাৰ ওপৰ লাগে। সেয়ে কও মোৰ দ্বাৰাই গাওঁত ঘৰ বন্ধা নহ'ব। তাকে কৈ ভবেন বহিল।

ৰমেনৰ ঘৈণীয়েক মালাই কেইষাৰমান কথা কৈছিল আৰু তাইৰ বিয়াত দিয়া সকলো সা-সম্পত্তি পুৰি যোৱা বুলি কৈ কান্দি দিছিল। ৰমেনে সেই ছেগতেই পুনৰ— মাক আৰু দেউতাকক কলে, মা-দেউতা! এতিয়া বুজিলে নহয়। গাওঁত আৰু পুনৰ ঘৰ বন্ধা নহ'ব। ৰমেনৰ কথা শুনি দেউতাক বলিনে কলে— বোপা ৰমেন! এই তিৰোতাৰ ভুচুং কেইজনৰ সৈতে কথা পতাৰ প্ৰয়োজন নাই। তুমি যদি পাৰা কিবা এটা কৰা। তাকে কৈ বলিন নীৰৱ হৈছিল।

ৰমেন খন্তেক গহীন হৈছিল। মাক-দেউতাক আৰু সৰু ভায়েক কেইজন নিজৰ ঠাইতে বহি আছিল। বহি আছিল ৰমেনৰ ঘৈণীয়েক আৰু বোৱাৰীয়েক দুয়োজনী। তাৰ পিচত সি দেউতাক বলিনৰ ফালে চাই কলে— দেউতা! আপুনি মোক দোষ নধৰিব। মা মোক আপুনি ক্ষমা কৰিব। আজি মই অলপ সত্য কথা কম। জানে দেউতা ১৯৫৫ চনৰ পৰা ১৯৮৭ চনলৈ মই প্ৰৱাসৰ পৰা কিমান বাৰ গাওঁৰ ঘৰলৈ আহিলো আৰু কিমান বাৰ প্ৰৱাসলৈ গলো তাৰ সীমা সংখ্যা নাই। কিন্তু দেউতা, মই চাকৰিত সোমাই এই গাওঁৰ ঘৰখন মজবুত কৰাৰ কাৰণে হয়তো আপোনালৈ প্ৰৱাসৰ পৰা কিমান টকা পঠাইছিলো সেইবোৰ আপুনি জানে আৰু ভগবানে জানে। কিন্তু আপুনি মোৰ অভাৱ-অভিযোগ, অনাটনৰ কথা কোনোদিনে চিন্তা কৰা নাছিল। মোক বিয়া কৰাই দিছিল। কিন্তু সময়ত মই আপোনাক নগদ কিমান শ টকা গণি দিছিলো

আপোনাৰ নিশ্চয় মনত আছে। দুই জন ভাই আৰু দুজনী ভনীৰ বিয়া পাতিছিল, সেই বিয়াত মই আপোনাক কেনেকৈ সহায় কৰিছিলো নিশ্চয় আপোনাৰ মনত আছে। মই এতিয়া দেখা পালো আপুনি সেইবোৰ সকলো পাহৰি গৈছে। নৰেনৰ বিয়াত মোক আপুনি ইচ্ছা কৰিয়ে খবৰ দিয়া নাছিল। বিয়াৰ দিনা দিনৰ এক বজাত নৰেনৰ এখন টেলিগ্ৰাম পাইছিলো। আজি এই ঘৰ এনেকৈ নাথাকিলহেতেন। কেৱল আপুনি যে এজন ভৱিষ্যতৰ চিন্তা নকৰা মানুহ সেইবোৰতেই প্ৰমাণ। ভবেনৰ বিয়াত আপুনি মত দিছিল। মোক কিন্তু জ্যেষ্ঠ সন্তান হিচাবে এদিনো সুধা নাছিল। সেয়ে কওঁ এই ঘৰ পুৰি ছাই হৈ যাবই। এতিয়া ভবেনে মাহে মাহে টকা নিদিয়ে বুলি আপত্তি কৰিলে কিটো হব? তাক আপুনি একো কব পৰা নাই। মই তেনেকুৱা কৰিলে আপুনি মোৰ কথা আঁতে তাঁতে কৈ ফুৰিলেহেতেন। এয়ে জানো মোৰ প্ৰতি আপোনাৰ বিচাৰ?

আকৌ সময় আগ বাঢ়িল। শশীন, সমীন, নৰেন আৰু ভবেনে উচপিচ লগাই দিছিল। সি সকলো চাই আছিল। ৰমেনে পুনৰ নতুন কথাৰ অৱতাৰণা কৰিছিল। জানে দেউতা, আপুনি দেহৰ তেজ পানী কৰি যি টকা আয় কৰিছিল তেনেকৈ এইন বোৰেও টকা আয় কৰে। মাজে মাজে আপুনি কৈছিল নহয় এই জীৱনত সকলো হৈছো কেৱল হাতীৰ মাউত হবলৈ বাকী। কিন্তু আপুনি দেউতাক হিচাবে পুতেক বিলাকৰ কাৰণে কেইটা ঘৰ বাখিছে? এক সময়ত আগৰ ঘৰ কেইটা আপুনি, সমীন আৰু নৰেনেই বন্ধা বুলি গাওঁখনত কৈ ফুৰিছিল। এতিয়া ঘৰ পুৰি গৈছে বাখিব পৰা নাই কিয়? লগতে গাওঁত ঘৰ বন্ধাৰ কাৰণে আজিলৈ আপুনি একো চিন্তা কৰা নাই কিয়? এক সময়ত মায়ে কৈছিল— নৰেন আৰু ভবেনৰ আছে কোন? সিহঁতক চাকৰি কোনে দিব? এতিয়া মইয়ে সেই নৰেন আৰু ভবেনৰ আৰ্জন খাও নহয়। মই জনাৰ ভিতৰত দুয়ো জনেই দেউতাকো মাহে মাহে টকা নিদিয়ে। বৰং দুয়োজনে কয় এতিয়া গাওঁৰ ঘৰত তিনিটা পাপ। কালৈ টকা পঠাম।

তাৰ পিচত এইখন ঘৰত চোৰ হাত লগাইছিল কোনে? এইখন ঘৰত ভাত খাই পৰ পুহিছিল কোনে? আপুনি আৰু মাই মোক অতি সহজ সৰল দেখি কুঁহিয়াৰ চেপা দি চেপিছিল। আপুনি

দেউতা মোক আজিলৈ সুধা নাই মই মোৰ সীমিত আয়েৰে ঘৰ সংসাৰ চলাব পাৰিছো নে নাই ? সুধিব কেনেকৈ ? আপুনিটো এক সময়ত কেচ হে খেলিছিল। যিটো কাম সহজ ভাবে হব লগা আছিল সেইটো কাম জটিল কৰিছিল। এতিয়া কম মোৰ কথা। আৰু কম তাপিত বঞ্চিতৰ কথা।

পুনৰ ৰমেনে বহু বেদনাৰে কৈ গৈছিল। সি এটা গুৱাহাটীত ঘৰ তুলিছিল গবৰ্ণমেণ্টৰ ধাৰ লৈহে। সেই ঘৰ বন্ধা সময়ত সি তাৰ ভায়েক সমীন আৰু ভবেনক ৰখীয়া কৰিছিল। সেই অৱস্থাতেই তাৰ ঘৰৰ পৰা দুকুৰি বস্তা চিমেণ্ট চোৰ হৈছিল। ৰমেনে অনুসন্ধান কৰি খবৰ পাই সি দেউতাক বলিনৰ ওচৰত বিচাৰ দিছিল। কিন্তু দেউতাকে তাৰ কথাত একো গুৰুত্ব দিয়া নাছিল। তাৰ পিচত সি যেতিয়া ছিলঙত পৰিয়াল লৈ আছিল তেতিয়া তাৰ সৈতে সৰু ভায়েক নৰেন, ভবেন আৰু সৰু ভনীয়েক জনীও মাজে সময়ে আছিল। সেই সময়ত তাৰ আৰ্থিক অৱস্থা বৰ বেয়া হৈছিল। তাৰ ল'ৰাটোৱে ফটা পেটলং পিন্ধি স্কুললৈ অহা যোৱা কৰিছিল। কিন্তু ভবেনে তেতিয়া চাকৰি কৰি তাৰ লগতে আছিল। ভবেনে ল'ৰাটোক এটা পেণ্ট আনি দিব ক'ত বৰং ল'ৰাটোক 'তাপলা চিৰা ৰাৱ আনা' বুলি জোকাইছিল। এক সময়ত তালৈ দেউতাক বলিনে লিখিছিল, বোপা ৰমেন তোমাৰ সৈতে নৰেন আৰু ভবেনে থাকি ভাল পোৱা নাই। উত্তৰত ৰমেনে কৈছিল, দেউতা! নৰেন আৰু ভবেনে যদি থাকি ভাল পোৱা নাই দুয়োজনক ছিলঙত ঘৰ ভাৰা কৰি থাকিব নকয় কিয় ? দেউতাকে একো উত্তৰ দিয়া নাছিল। বৰং তাৰ দেউতাকে একো নজনাৰ ভাও জুৰি নিৰ্লিপ্ত হৈ আছিল।

এনেকৈয়ে ৰমেনৰ দিনবোৰ পাৰ হৈছিল। সি কোনো ফালৰ পৰা দুটা পইচাও সহায় পোৱা নাছিল। পৰিয়ালৰ জ্যেষ্ঠ হৈ যি জ্যেষ্ঠই জ্যেষ্ঠ সন্তানৰ দুখ নবুজিব তাৰ দৰে দুৰ্ভগীয়া মানুহ জানো কৰবাত আছে। এক সময়ত ৰমেন আছিল গাখ খোৱা বস্তু যোগান ধৰা আৰু ঘৈণীয়েক মালা আছিল বান্দী। এনেবোৰ কথা ভাবি ভাবি ৰমেন খন্তেকৰ কাৰণে নীৰব হৈছিল। সি পুনৰ মুখ ফুটাই দেউতাকক কৈছিল— দেউতা ঘৰ পুৰি গৈছে। পুৰি যোৱা ভেটি কেইটাত আকৌ যে ঘৰ উঠিব আশা কম। তাকে কৈ সি পুনৰ ঘৰ পুৰি যোৱা ভেটি কেইটালৈ চাইছিল। গাওঁৰ

ঘৰখনৰ দুৰৱস্থা দেখি সি হুক্‌হুক্‌কৈ কান্দি দিছিল। তাৰ দুচকুৰে সৰ্‌ সৰ্‌কৈ চকুলো নিগৰিব ধৰিছিল। ৰমেনৰ ল'ৰা দুজনে দেউতাকৰ দুখ ক'ত বুজি পাইছিল। দুয়োজনে থিয় হৈ একেমুখে কৈছিল— ককা, আইতা আৰু খুৰাদেউসকল, আপোনালোকে দেউতাৰ লক্ষ্য ক'ত বুজিবলৈ চেষ্টা নকৰিলে। দেউতাৰ দুখ ক'ত নুবুজিলে। দেউতা! দুখ নকৰিব। আমি প্ৰৱাসৰ পৰা গাওঁলৈ আহি আকৌ গাওঁত ঘৰ বান্ধিম। আপোনাৰ স্বপ্ন সঠিক কৰিম। তাকে কৈ মানস, প্ৰতীম আৰু পার্থপ্ৰতীমে দেউতাকৰ মুখলৈ চাই আছিল।

সময় হয়তো তেতিয়া আবেলি। ৰমেনে সন্বিৎ ঘূৰাই পাই ঘৈণীয়েক মালাক কৈছিল— মালা! দেৰি নকৰিবা। কাপোৰ কানি পিন্ধা। ল'ৰা-ছোৱালী কেইটাকো পিন্ধাই দিয়া। ৰমেন আৰু মালাই ৰাস্তাৰ চোকলৈ অহাৰ আগতেই মাক দেউতাকক সেৱা জনাইছিল। শশীন, সমীন আৰু বোৱাৰী দুজনীয়ে চাই আছিল। ঘৰৰ পৰা প্ৰৱাসৰ ঘৰলৈ খোজ লোৱাৰ আগতে ৰমেনে পুনৰ নবেন আৰু ভবেনক কৈছিল— ভাই সকল — বিশ্ববিখ্যাত দার্শনিক "কনফুচিয়াসে" এনেকৈ কৈছিল-- A man who does not think and plan long ahead will find trouble right at his door." নবেন আৰু ভবেনে নিথৰ হৈ ৰমেনৰ মুখলৈ চাই আছিল। দুয়োজনে একো উত্তৰ দিব পৰা নাছিল। ইতিমধ্যে ৰমেনে পৰিয়ালটো লৈ আহি কেঁকুৰিটোত আহি বৈছিল। যথা সময়ত বৰপেটাৰ পৰা গুৱাহাটীলৈ অহা বাছ গাওঁৰ চোকত বৈছিল। ৰমেনে সপৰিয়ালে বাছত উঠিছিল। গাড়ী হৰ্‌ হৰ্‌কৈ গুৱাহাটী অভিমুখে আগ বাঢ়িছিল।

ছিলং আহি পাই ৰমেনে কিন্তু উত্তমক লগ ধৰি আলোচনাৰ সবিশেষ জনাইছিল। উত্তমেও তাৰ গাওঁৰ ঘৰ খনৰ ভাঙন অৱস্থা দেখি চকুলো টুকিছিল। চকুলো টুকিছিল ৰমেনে তাৰ অসাৰ্থক জীৱনটোক লৈ।

# সময়ে সঁহাৰি দিলে

"Count your life by smiles not tears
and count your age by friends not years"

দাড়ি আৰু চুলিৰে ভোবোকাৰ ৰবীন। সি বাছৰ পৰা নামিয়ে নগৰ খনত খোজ দিছিল। তাৰ পিচত ৰবীনে বাছষ্টেণ্ডৰ পৰা ৰাজপথেদি পূবৰ ফালে আগবাঢ়িছিল। সি কিমান বছৰ পিচত সেই নগৰ খনলৈ আহিছে নেজানে। তথাপি তাৰ বহুত পুৰণি কথা মনত পৰি গৈছিল। তাৰ মতে সেই নগৰখন বহুত পুৰণি। নগৰৰ কিছুমান মানুহে সেই নগৰখনক শঙ্কৰ ক্ষেত্ৰ বুলি কৈছিল। তাৰ মতে নগৰখন পুৰণি হলেও মানুহবোৰ পুৰণি নহয়। কিমান আহিল কিমান গ'ল তাৰ হিচাব ৰাখিছে কোনে? হয়তো এশ বছৰৰ ওপৰ জীয়াই থকা মানুহ আঙুলিৰ মূৰত গণিব পাৰি নেকি? নগৰখনৰ চৌপাশে নদী আছে। উত্তৰ কাষেদি বৈ আহিছে মৰানদী। পূবফালেদি বৈ আছে নখান্দা। আৰু পশ্চিম ফালেদি বৈ আছে চাউল খোৱা নদী। উল্লেখিত প্ৰতিখনি নদীয়েই ব্ৰহ্মপুত্ৰ আৰু বেকী নদীৰ শাখা নদী। নৈ কেইখনি নিৰবধি বৈ আছে আৰু বৈ থাকিব। নগৰৰ সোঁ মাজত আৰু ৰাস্তাৰ কাষত ৰবীনে বহুত ডাঙৰ ডাঙৰ গছ দেখিছিল। সেই গছবোৰৰ কিমান বয়স হৈছিল সি নেজানে। কিন্তু ৰবীনৰ মতে নগৰখনৰ দৰে সেই গছ-গছনিবোৰ অতি পুৰাতন। তেনেবোৰ কথা ভাবি ভাবি আহি ৰবীনে তিনি আলিৰ চোকত থিয় হৈছিল। গাড়ী, ৰিক্সা অবিৰাম চলি আছিল।

সেয়া আছিল বসন্ত কাল। হাড় কঁপোৱা শীতক বিদায় দি পৃথিবীৰ বুকুত বসন্ত কাল বিদ্যমান। গছৰ ডালত পৰি কুলিয়ে কেতেকীয়ে কিউ কিউ কৰিছিল। ৰবীনে তিনি আলিৰ চোকৰ কাষত থকা আহত গছজোপাৰ তলত অলপ বহিছিল। তাৰ বৰ ভাগৰ লাগিছিল। সি এডাল বিড়ি জ্বলাই লৈ হুপিব ধৰিছিল। বিড়ি হুপি হুপি সি ৰাস্তাৰ পূব পাৰে থকা দু-মহলা ঘৰটো লক্ষ্য কৰিছিল। সেই দুমহলা ঘৰটো দেখিয়ে তাৰ হঠাতে মনত পৰি

গৈছিল পলাসী লৈ। পলাসীলৈ মনত পৰাৰ লগে লগেই ৰবীনে ভাবিছিল এতিয়া দুয়োজনৰ বয়স কিমান? তাৰ মতে দুয়োজনেই জীৱন নাওৰ সোঁ মাজত থিয় দিবলৈ উপক্ৰম কৰিছে যেন লাগে। সময় যিমানেই আগ বাঢ়িছে সিমানেই দুয়োজনকেই পিছুৱাই আছে। সময়ে জানো দুয়োজনকেই সঁহাৰি দিবনে? সময়ে জানো দুয়োজনকেই দুয়োজনৰ ভুল ভাঙি দিবনে? হয়তো ৰবীনৰ মতে পলাসীক এদিন সময়ে সঁহাৰি দিব। তাই তাৰ কথা ভাবিছে। তোক তাই অনুৰোধ কৰি কব, ৰবীন দা! এতিয়া আৰু মই এইখন ঘৰত অকলে থাকিব নোৱাৰো। বয়স নামৰ দৈত্য জনে দেহ-মন কুৰুকি কুৰুকি খাই আছে। খাই আছে বিশ্বৰ জীয়া মানুহক। কিন্তু ৰবীনেও সময়ক বাধা দি ৰাখিব পৰা নাই। সময় নদীৰ সোঁতৰ দৰে বৈ আছে। জীয়া মানুহবোৰ মৃত্যুৰ মুখলৈ আগুৱাই আছে। হাঁহি কান্দোন চলিয়ে আছে।

বিড়িটো শেষ বাৰ হুপি বিড়িৰ টুকুৰাটো পেলাই দি ৰবীনে বহাৰ পৰা উঠি লাহে লাহে দু-মহলা ঘৰটোৰ কাষলৈ আহিছিল। সি ঘৰটোৰ সমুখত থিয় হৈ ভাবিছিল যে, — এইটো দেখোন পলাসী হতৰ ঘৰ। তাৰ মন গৈছিল পলাসীক লগ ধৰিবলৈ। কিন্তু সি জানো এনে সময়ত পলাসীক লগ ধৰিব পাৰিব? পলাসী জানো তাক চিনি পাব? তেনেবোৰ কথা ভাবি থাকোতেই সি দেখিছিল পৃথিবীৰ বুকুলৈ এন্ধাৰ নমা। সি সেইদিনা তাৰ বন্ধু গণেশৰ ঘৰলৈ আগ বাঢ়িছিল।

এনেকৈয়ে ৰবীনে একেৰাহে প্ৰায় ছয় কি সাতদিন মান পলাসী হতৰ দুমহলা ঘৰটোৰ সমুখত ৰাতি পুৱাৰ পৰা সন্ধ্যা হোৱালৈ বিড়ি হুপি হুপি ইফাল সিফালকৈ ঘূৰি ফুৰিছিল। তাৰ একান্ত ইচ্ছা আছিল পলাসীক লগ ধৰাৰ। হঠাতেই তাৰ বন্ধু গণেশলৈ মনত পৰিছিল। গণেশে তাক দাড়ি চুলিৰে ভোবোকাৰ দেখি এদিন প্ৰশ্ন কৰিছিল, "ৰবীন তই এনেকুৱা ছদ্মবেশ লৈছ কিয়? তই দেখোন মোৰ ইয়াত প্ৰায় ছয়দিন মান থাকিলি। কিন্তু তই দেখোন প্ৰতিদিনে ৰাতিপুৱা শোৱাৰ পৰা উঠি মুখ হাত ধুই চাহ পানী খাই, ভাত ৰান্ধি মোক ভাত দি তই নিজেও খাই কলৈকোনো ওলাই যাৱ? আজিলৈকে তই দেখোন মোক কোৱা নাই। তোক দেখিলেই অনুমান কৰিব পাৰি যে তই কিবা এটা নতুন বস্তু আৱিষ্কাৰ কৰাত

লাগি আছ চাগে । কিন্তু মনত ৰাখিবি সকলো কলাতকৈ কবিতাই শ্ৰেষ্ঠ কলা ।" — হাঁহি এটা মাৰি ৰবীনে কলে,— জান গণেশ, তই হয়তো পলাসীৰ বায়েক শুক্লাক ভাল পাই কোলাত এটা সন্তান তুলি দিবলৈ সমৰ্থ হৈছিলি । আজি সেই সন্তান ডাক্তৰ নে ইঞ্জিনীয়াৰ হ'ল । কিন্তু মই দেখোন আজিলৈ পলাসীক সন্তান এটা কোলাত তুলি দিব পৰা নাই । সেই কাৰণে এইবাৰ এই ছদ্মবেশ লৈ পলাসীক লগ ধৰিম । আৰু তাইৰ সৈতে কথা পাতিম । তাইৰ ক্লেদাক্ত হৃদয় ধৌত কৰিম ।

— তোৰ দেখোন বহুত দেৰি হৈ গ'ল । এতিয়া জানো পলাসী সন্তা-নৰ মাক হোৱাৰ বয়স আছে ? অৱশ্যে সেইটো নিৰ্ভৰ কৰে দেহৰ গতিৰ ওপৰত । — মোৰ যদি সন্তানৰ দেউতাক হোৱাৰ বয়স আছে পলাসীৰ নেথাকিব কিয় ? কাৰণ সেইটো নিৰ্ভৰ কৰে দেহৰ গতিৰ ওপৰত । মনৰ অবাৰিত শক্তিৰ ওপৰত । — জান ৰবীন প্ৰতিজনী নাৰিয়ে সন্তানৰ মাক হোৱাৰ বয়স আছে । সেই বয়স যি নাৰীয়ে অতিক্ৰম কৰিব তাৰ পিচত সেই নাৰীৰ দেহত মাক হোৱাৰ সম্ভাৱনা নাথাকে । বাৰু কচোন তই পলাসীক যোৱা কেই-দিনৰ ভিতৰত লগ পোৱা নাই নেকি ?

— চেষ্টা চলাই আছো তাইক লগ ধৰিবলৈ কিন্তু মই যোৱা কেই-দিন পলাসীক দেখাই নাছিলো । আজি আকৌ এটা শেষ চেষ্টা দিম । যদি আজি পলাসীক লগ পাও তেতিয়া হলে তোক আৰু আমনি নিদিও । মই হয়তো আজিয়েই এই নগৰৰ পৰা গাওঁলৈ যাম । তাৰ পিছত গাওঁত দুই একদিন থাকি আকৌ প্ৰৱাসলৈ যাম । জানাই নহয় জীৱন কৰ্মময় ।

— তেনেকৈ তই গলে নহব ৰবীন । তই যোৱাৰ আগতে মোক কৈ যাব লাগিব পলাসীৰ সৈতে কথা পাতি তই কি সিদ্ধান্তত উপনীত হলি ।

মই চেষ্টা কৰিম আমি দুজনাৰ মাজত চলা আলোচনাৰ সবিশেষ জনাবলৈ । কিন্তু সময় যদি নহয় তেতিয়া হলে মই তোক চিঠিৰে জনাম । তাকে কৈ ৰবীনে তাৰ বন্ধু গণেশৰ ঘৰৰ পৰা আকৌ পলাসীহতৰ দুমহলা ঘৰটোৰ সমুখলৈ খোজ লৈছিল । গণেশে সেই দৃশ্য দেখি মনতেই ভাবিছিল যে,— তাৰ আৰু শুক্লাৰ ভাল পোৱা পবিত্ৰ নহয় । দুয়োজনে দুয়োজনক ভাল পাইছিল মৌন

কামনা চৰিতাৰ্থ কৰাৰ হকে। কিন্তু ৰবীন আৰু পলাশীৰ জাক-পোৱা সঁচাকৈ পবিত্ৰ। এইদৰে ৰবীনে আজি এনে ৰূপ কেতিয়াও ধাৰণ নকৰিলে হেঁতেন। তাক দেখিলে অনুমান কৰিব পাৰি যে সি এজন ব্যৰ্থ প্ৰেমিক। পলাশীৰ প্ৰেম বিৰহত প্ৰাপ্লুত হৈ সি আজি ছদ্মবেশ লৈছে। সি পলাসীক লগ ধৰিব। সি তাৰ মনৰ কথা কব। তেতিয়া দিনৰ দহমান বাজিছিল। লাহে লাহে পুনৰ খাই-বৈ তাৰ কামলৈ গৈছিল। ৰবীন আকৌ আহি দুমহলা ঘৰটোৰ সমুখত থিয় হৈছিল। সি বিড়ি টানিব ধৰিছিল। পলাসীক সি যদি এই-বাৰ লগ পায় সি কব, তাৰ মনৰ সকলো কথা। পলাসীৰ পৰাও সি পাৰিলে মনৰ খবৰ কৰিব। লগতে পাৰিলে এইবাৰ সি পলা-সীৰ জীৱনটোৰ এটা সংস্থান কৰিব। আকৌ সি হঠাতেই তাৰ পৰা গৈ পাইছিল যথানৈ পাৰ। সি যথানৈৰ পাৰত থিয় হৈ পাল-তৰা নাও বোৰলৈ লক্ষ্য কৰিছিল। চাই চাই আমান লাগিল সি আকৌ তিনি আলিৰ চোকটোত থিয় হৈ কেৱল দুমহলা ঘৰটোৰ ফালে চাই আছিল। ঘৰটোত ভাৰা কৰি থকা মানুহ বিলাকে তাক লক্ষ্য কৰিছিল। সি পাগলৰ দৰে বিড়ি হুপি হুপি ইফাল সিফালকৈ ঘৰটোৰ সমুখত থকা ৰাজপথেদি ঘূৰি ফুৰিছিল। তাৰ নীলকণ্ঠ হবলৈ মন গৈছিল।

ৰাতিপুৱা ন-বজাৰ লগে লগেই নগৰ ব্যস্ত হৈ পৰিছিল। স্কুল কলেজলৈ যোৱা ল'ৰা ছোৱালীৰ সোঁত বৈছিল। ৰবীনে সেই ল'ৰা ছোৱালী বোৰলৈ কেৱল চাই আছিল। হঠাতেই সেইদিনা তাৰ বহুত পুৰণি কথা মনত পৰিছিল। সি নিজেও দেখোন এদিন পলাসী-হঁতৰ ঘৰৰ কাষত এটা ঘৰ ভাৰা কৰি কেইজনমান কলেজীয়া বন্ধুৰ সৈতে মেচ কৰি আছিল। তাৰ বন্ধু আছিল পাঠক, দাস আৰু বৈশ্য। সি যেতিয়া সেই মেচত থাকি কলেজলৈ অহা যোৱা কৰিছিল সেই সময়ত সি নগৰখনত উলহ-মালহ দেখিছিল। পুৰুষ-তিৰোতা আৰু ডেকা-গাভৰু সকলৰ ৰঙালী ওঁঠত হাঁহি দেখিছিল। কিন্তু আজি সি দেখিছে ৰাজপথেদি যোৱা গাওঁ নগৰৰ ডেকা-গাভৰু সকলৰ শেঁতা পৰা ওঁঠ। লগতে দেখিছে সি মানুহৰ মাজত বিৰ্ত-ৰ্তন ঘটা। ৰবীনে চিন্তাৰ পাগত এটাৰ পিচত আনটো বিড়ি হুপি-ছিল। গাওঁ আৰু নগৰত বাস কৰা ৰাতি যোৱা মানুহৰ মুখ দেখি তাৰ বিদ্ৰোহী মনটোৱে বিদ্ৰোহ কৰি উঠিছিল। ৰাজপথেদি যোৱা

দুই চাৰিজন মানুহৰ সি আলোচনাও শুনিছিল । আলোচনা মানে— জন্মগত জাত-কুলক লৈ আলোচনা । কোন ডাঙৰ— কোন সৰু সেইবোৰ আলোচনা ৰবীনে শুনিছিল । তাৰ কিন্তু সেই বুদ্ধিহীন মানুহবোৰৰ আলোচনা শুনি হাঁহি উঠিছিল । সি মনতেই ভাবিছিল যে, বিংশ শতাব্দীৰ শেষতো যদি অসমীয়া মানুহে জন্মগত জাত-কুলক লৈ হাই-দন্দ কৰে তেতিয়া হলে শদিয়াৰ পৰা গোৱালপাৰালৈ আমি অসমীয়া বুলি কোনে কব ? বিদেশী সকলে কিন্তু সুযোগ সুবিধা নোলোৱাকৈ থকা নাই । এতিয়াও লৈ আছে সেই সা-সুবিধা । থলুৱাৰ শিৰত খোজ থৈ বৈতৰণী পাৰ হৈ যোৱাৰ স্বপ্ন দেখি আছে ।

কলেজলৈ যোৱা ধনীয়া গাভৰু সকলে কিন্তু ৰবীনক লক্ষ্য কৰি গৈছিল । কিছুমানে তাক কেৰাহিকৈ চাই গৈছিল । এদিন সি শুনিছিল,— দুজনী কলেজীয়া গাভৰুৰ আলোচনা । এজনীয়ে আনজনীক কৈছিল,— বুইছা মীৰা, এই দাড়ি চুলিৰে ভোবোকাৰ হৈ থকা মানুহজনে এই দুমহলা ঘৰটোৰ ফালে চাই থাকে কিয় ? উত্তৰত মীৰাই কৈছিল, এই মানুহজনৰ নিশ্চয় কিবা জীৱন ৰহস্য আছে । নাইবা সেই মানুহজন পাগল হবও পাৰে । নহলেনো এনেকৈ ইয়াত ঘূৰা পকা কৈ থাকিব কিয় ? উদ্দেশ্য নথকাকৈ কোনো মানুহে ঘূৰা পকাকৈ নেথাকে । জানাই নহয় মানৱ জীৱন ৰহস্যময় । জীৱন সংগ্ৰামময় ।

— নীৰুই কলে, জীৱন ৰহস্যনো নাই কাৰ মীৰা ? নিজৰ জীৱনটোলৈ মন কৰাচোন । এই মানুহজন মোৰ মতে পাগল নহয়দেই । মোৰ অনুমান হয় এই মানুহ জনৰ দুমহলা ঘৰটোৰ প্ৰতি কিবা মোহ নাইবা আক্ষেপ থাকিব পাৰে । কেনেধৰণৰ মোহ বা আক্ষেপ থাকিব পাৰে তই কব পাৰিবিনে ? হাঁহি এটা মাৰি মীৰাই কলে,— এই ঘৰৰ মালিকৰ দুজনী গাভৰু ছোৱালীৰ এক সময়ত বিয়া হৈছিল । কিন্তু সেই দুয়োজনী গাভৰু এতিয়া গাভৰু হৈ থকা নাই । একোজনী নাৰী আৰু কেইবছৰমান পিচত দুয়ো-জনী বুঢ়ী হব । বুঢ়ী হলেও কিন্তু দুয়োজনী বহুত দিন জীয়াই থাকিব । বোধকৰো এই যে, মানুহজন দেখিছা সেই মানুহজনে যৌৱনত কিজানি সেই দুজনীৰ কোনোবা এজনীক ভাল পাইছিল চাগে । তেনেবোৰ কথা কৈ নীৰু আৰু মীৰাই কলেজলৈ আগ বাঢ়িছিল । বসন্ত কালৰ ৰিব্ ৰিব্ বতাহ এজাক তেতিয়াও বলি

আছিল। নগৰখনত যৌৱনা হিয়াৰ হৃদয়ে হা আনন্দ মুখৰিত হৈছিল। অ'ত ত'ত বিহু গীতৰ দুই একাকি ক'লা নিছিল।

ৰবীনে কিন্তু সেই দুয়োজনী গাভৰুৰ ৰূপ সৌন্দৰ্য্য দেখি খন্তেকৰ কাৰণে মোহ গৈছিল। সি দুয়োজনী গাভৰুৰ আলোচনা কিন্তু শুনিছিল। তাৰ অন্তৰত নতুন প্ৰশ্নৰ অৱতাৰণা হৈছিল — প্ৰেমৰ কবি আৰু ব্যৰ্থ প্ৰেমিক সকলক গাভৰু আৰু নাৰীয়ে দেখিলেই চিনি পায় কিয়? তাৰ মতে প্ৰেমৰ কবি সকলক প্ৰতিজনী গাভৰু আৰু নাৰীয়ে ভাল পায়। কিন্তু কিয়? ভাল পোৱাটো স্বাভাৱিক। প্ৰতিজন কবি সত্যৰ সাধক। প্ৰতিজনী নাৰী প্ৰয়াসী প্ৰেমৰ আৰু সুখ আনন্দৰ। কবি আৰু শিল্পী সকলেহে নাৰী হৃদয়ত প্ৰেমৰ তৰঙ্গ আনি দিব পাৰে।

এনেকৈয়ে ৰবীনক কিন্তু মীৰা আৰু নীৰুই প্ৰায় এক সপ্তাহমান লক্ষ্য কৰিছিল। স্কুল কলেজলৈ যোৱা ল'ৰাবোৰে সেই মানুহজনক পাগল বুলিয়ে ভাবিছিল। কিন্তু নীৰু আৰু মীৰাই যিটো কথা চিন্তা কৰিছিল ডেকা ল'ৰাসকলে সিমান কথা চিন্তা কৰিব পৰা নাছিল। দুষ্ট ল'ৰাবোৰে ৰবীনৰ গালৈ মাটিৰ চপৰা আৰু শিলগুটি দলিয়াইছিল। ৰবীনে কিন্তু একো প্ৰতিবাদ কৰা নাছিল। অৱশ্যে সেই ল'ৰাবোৰে ৰবীনৰ ব্যথা খিনি আৰু নোপোৱাৰ বেদনা জনা হলে তাৰ প্ৰতি মৰম দেখুৱালেহেঁতেন। কিন্তু কোনো ডেকাই তাৰ কাষ চাপি মনৰ অন্তৰ কথা সোধা নাছিল। অৱশ্যে সি জানে যে, ডেকা সকলোতকৈ গাভৰু সকলে যৌৱনত ভৰি দিয়াৰ লগে লগেই ঘৰ-সংসাৰৰ কথা বেছিকৈ চিন্তা কৰে। ডেকা-গাভৰু সম বয়সৰ হলেও ডেকাতকৈ গাভৰু সকলে বেছি কথা জানে বুলি ৰবীনে ভাবে-- বিশেষকৈ ঘৰ-সংসাৰ চলোৱা ক্ষেত্ৰত। বাঙলী ওঁঠৰ হাঁহিয়াকে পুৰুষৰ হিয়া মন জুৰ কৰিব পাৰে।

স্কুল কলেজত ৰবীনে যেতিয়া পঢ়ি আছিল সি নিজেও বৰ উদ্ধত আছিল। অ'ত ত'ত সি সদায় লগাই ফুৰিছিল। লগৰে মাৰ-পিট কৰি ফুৰিছিল। এক সময়ত সি এখন দোকানত বাতি সোমাই বন্ধুৰ অনুৰোধ মতে চাকিটো নুমাই দিছিল। তাক দোকানৰ মালিকে বেৰি ধৰি পুলিচত দিম বুলি কৈছিল। ৰবীনে কৈছিল— মালিক মোৰ একো বেয়া ভাব নাছিল। বন্ধু কেইজনে কোৱা কাৰণেহে সেইটো কাম কৰিছিলো। সেই ঘটনাটো কিন্তু

এদিন দোকানৰ গালিকে তাৰ দেউতাক বলভদ্ৰক কৈছিল। বলভদ্ৰই সেই খবৰটো পাই ৰবীনক মাৰ ধৰ কৰিছিল আৰু তেনে কাম ভৱিষ্যতে নকৰো বুলি সইত কাঢ়িছিল। সি কলেজত পঢ়ি থকা অৱস্থাত কলেজৰ অভাৱ পূৰণৰ কাৰণে আন্দোলন চলাইছিল। ছাত্ৰ বন্ধু সকলৰ সমৰ্থন আছিল।

ৰবীনে সঙ্গ দোষত পৰি বেয়াৰ ফালে যাব খুজিছিল। গাওঁৰ মানুহে এক সময়ত তাক একো নজনা বুলি কৈছিল। লগতে তাৰ সম-সাময়িক স্কুল কলেজত পঢ়া বন্ধু সকলেও তাক একো নজনা বুলি ইতিকিং কৰিছিল। সি কেৱল নীৰৱ দৰ্শক হৈ শুনি গৈছিল। এতিয়া কিন্তু সেই বন্ধু বান্ধৱ বোৰে তাক দেখিলেই মূৰ দোৱায়। কিয়? সি নেজানে। গাওঁৰ গোবিন্দ গোস্বামীয়ে তাক হিংসা কৰিছিল। কাৰণ সি সত্য কথা কবলৈ কেওকে ভয় নকৰে। ভয় নকৰে দেশৰ ৰজাজনক। দিনৰ বাৰ বজাৰ লগে লগেই ৰবীনে তাৰ বন্ধু গণেশৰ ঘৰলৈ আহি দিনৰ ভাত খাই সি আকৌ সেই দুমহলা ঘৰটোৰ সমুখত থিয় হ'ল গৈ। সি বিড়ি হুপি হুপি ইফালে সিফালে চাই থাকে। তাৰ একান্ত ইচ্ছা পলাসীৰ মুখখনি চাবলৈ— পলাসীৰ মিঠা মিঠা কথা শুনিবলৈ। কিন্তু তাৰ সেই কেইদিনৰ ভিতৰত সৌভাগ্য মিলা নাছিল পলাসীৰ সৈতে কথা পতাৰ। ঘৰ ভাৰা কৰি থকা কিছুমান মানুহে কিন্তু ৰবীনক লক্ষ্য কৰিছিল; লগতে তাক যাদুকৰ বুলিও সন্দেহ কৰিছিল। সি কিন্তু গাভৰুৰ দুচকুৰ চাৱনিত যাদুকৰৰ যাদুত সাপ নচাৰ দৰে নচা নাছিল।

এনেকৈয়ে ৰবীনৰ সমুখেদি ছয় দিন পাৰ হৈছিল। সাত দিনৰ দিনা পলাসী জপনাখন খুলি আহি মানুহজনক আলেঙে আলেঙে লক্ষ্য কৰিছিল। তাইৰ মানুহজনক চিনাকি চিনাকি যেন লাগিছিল। মানুহজনক উদ্বিগ্ন দেখি তাই কাষ চাপি সুধিছিল,— হেৰি আপুনি ইয়াত কাক বিচাৰিছে? মই কিন্তু আপোনাক যোৱা ছয় দিন ধৰি লক্ষ্য কৰি আছিলো। আপুনি আমাৰ ঘৰৰ সমুখত ইফাল সিফালকৈ থাকে আৰু সন্ধ্যাৰ লগে লগে ক'ৰবালৈ গুচি যায়। এদিন মোক লগ ধৰি কলেজতে পঢ়া নীৰু আৰু মীৰাই আপোনাৰ বিষয়ে কৈছিল। কাক কওকচোন আপুনি কাক বিচাৰিছে? আপোনাৰ উদ্দেশ্য কি? গঠনমূলক নে ধ্বংসমূলক? অথবা কিবা বেয়া অভিপ্ৰায়লৈ এনেকৈ ঘূৰিছে নেকি?

ৰবীনে সেই কথা শুনি পলাসীৰ মুখলৈ চালে আৰু এফাকি কবিতা মাতি দিলে —

এদিন মই মোৰ উতলা যৌৱনত
পলাসী নদীৰ প্ৰেমৰ ঘাটত বান্ধিছিলো নাও,—
পলাসী মোৰ আদৰক নেওচি
অজানাৰ সৈতে লৈছিল খোজ নতুন ঘৰলৈ
আৰু মই
ভগা হিয়া লৈ
এই নগৰৰ পৰা গৈ
পাইছিলো মোৰ স্বৰ্গা গাওঁ।

হে নাৰী, তুমি কোৱাচোন এই দু-মহলা ঘৰটো জীৱকান্ত উকীলৰ ঘৰ নহয়নে বাৰু? এই ঘৰতেই থাকে মোৰ প্ৰাণৰ পলাসী।

—আপুনি পলাসীক চিনি পায় নেকি?

—এৰা মই পলাসীক চিনি পাও আৰু তাইক মই প্ৰাণভৰি ভাল পাইছিলো। অৱশ্যে পলাসী মোৰ চকুৰ চিনাকি নহয় মোৰ মনৰ চিনাকি। আজিৰ নহয় বহুত আগৰ। সেই স্মৃতি বৈ আছে আজিও এই ঘৰৰ চৌহদত। সত্য কথা কব আম জোপাই। সময় আগবাঢ়িল। পলাসীয়ে কিন্তু ৰবীনক সুন্দৰকৈ চিনি পাইছিল। তাই মিচিকাকৈ হাঁহি এটা মাৰি কৈছিল— মই পলাসী। মোৰ দেউতাৰ নাম জীৱকান্ত। আপুনি কাক বিচাৰিছে?

—মই পলাসীক বিচাৰিছো। আজি যদি মই পলাসীক লগ পাও তেনেহলে মই মোৰ যোৱা ত্ৰিশ বছৰেই ঘটি যোৱা সকলো ঘটনা কম। পলাসীৰ পৰাও মই সকলো কথা জানি লম। মোৰ একান্ত ইচ্ছা সৌহাৰ্দ্দপূৰ্ণ পৰিৱেশ গঢ়ি তোলাৰ—গাওঁ আৰু নগৰত। অৱশ্যে সেই স্বপ্ন দিঠক নহব।

—অ' মই বুজিলো আপুনি ৰবীনদা নহয়নে?

—এৰা মইয়েই ৰবীন। মোৰ ঘৰ কেতেকী বাৰীত। এতিয়া থাকো প্ৰবাসত, জীৱনৰ ভাৰাবাহী মালগাড়ী কঢ়িয়াই। বিজনৰ দুখ ঘৰখনে বুজিকে নেপালে। বুজি নেপালে মা-দেউতাই আৰু সকু ভাই-ভনীয়ে। বোজা কঢ়িয়াই জীৱন কটাইছিলো।

— আপুনি যদি ৰবীন দা মই পলাসী।

— তুমি পলাসী? তোমাকেই মই যোৱা ছয়দিন ধৰি লগ ধৰিব

খুজি হাবাথুৰি খাইছিলো। কিন্তু তোমাক লগ পোৱা নাছিলো পলাসী।

— কিয় ৰবীন দা? মই যিমান দিন এইখন ঘৰত থাকিম সেই দিনলৈ এইখন ঘৰৰ দুৱাৰ আপোনাৰ কাৰণে খোলা থাকিব। কোনোবাই বাধা দিব খুজিলে মোৰ নাম কৈ দিব।

খন্তেকৰ কাৰণে ৰবীন অলপ নীৰৱ হৈছিল। সি পলাসীক সতৃষ্ণ নয়ন মেলি বহু সময় চাই আছিল। তাৰ পিছত সি ভাবি গৈছিল— পলাসী এতিয়া এনেকুৱা ৰূপ লৈছে কিয়? পলাসীৰ যৌৱনৰ ৰূপ সৌন্দৰ্য্য ক'লৈ গ'ল। তাইৰ দেখোন দুই এডাল চুলিও পকিব ধৰিছে। তাই বুঢ়ী হ'ল নেকি? নহয়। অকল পলাসীয়ে বৃদ্ধাৰ মুখা পিন্ধা নাই সি নিজেও বৃদ্ধৰ মুখা পিন্ধিব লগা হৈছে। দাঁত চুলি তাৰো গৈছে। পলাসী কিন্তু ৰবীনৰ মনৰ কথা বুজি কৈছিল— ৰবীন দা, আপুনি যোৱা কেইদিন আমাৰ দুমহলা ঘৰৰ সমুখত তেনেকৈ ঘূৰি ফুৰিছিল কিয়? আপুনি মোক আহি লগ ধৰা নাছিল কিয়? আহক এতিয়া আমাৰ ঘৰলৈ যাওঁ।

— তোমালোকৰ ঘৰলৈ যাবলৈ মোৰ ভয় লাগে পলাসী।

— কিহৰ ভয় ৰবীন দা? আমাৰ ঘৰত বাঘ আছে নেকি?

— নহয় অ' পলাসী মই সেইবোৰ কথা পিচত কম। পিচে তুমি কোৱাচোন তোমাৰ ককায়েৰা হৰিমন এতিয়া ঘৰত থাকেনে প্ৰৱাসত থাকে? সি হলে মোক এবাৰ মূৰ্খ বুলিছিল লগতে কৈছিল মূৰ্খৰ জন্ম এনেকৈ হয় বুলি। অৱশ্যে মূৰ্খ কোন পণ্ডিত কোন কামতহে পৰিচয়।

— ৰবীন দা, ককাই হৰিমনৰ কথা মোক নকব দেই। সি কেতিয়াবাই অসবৰ্ণত বিয়া পাতিছে। এতিয়া সি এই নগৰত নাথাকে। সি থাকে গুৱাহাটী মহানগৰত। সুন্দৰকৈ ঘৰ দুৱাৰ বান্ধিছে। আনন্দ মনেৰে মিত্ৰৰ ঘৰত থাকে। মাজে সময়ে এই ঘৰলৈ আহে। কিন্তু মই সিমান তাৰ কথাত ভৰসা নিদিও। মাহত বহুত টকা ঘৰভাৰা পায়। কিন্তু বিধবা মাকহে মাহে টকা নিদিয়ে। মোক সহায় কৰাৰ প্ৰশ্নই নুঠে।

সময় তেতিয়া আবেলি। প্ৰায় চাৰে চাৰি মান বাজিছিল। স্কুল কলেজত পঢ়া ল'ৰা-ছোৱালীবোৰ ঘৰা ঘৰি ঘোৰ লৈছিল। নীক আৰু মীৰাই কিন্তু সেই জীৱকান্ত উকীলৰ দু-মহলা ঘৰৰ সমুখত

দাড়ি চুলিৰে ভোৰোকাৰ হৈ থকা মানুহজনৰ সৈতে পলাশী বাৰে-কক কথা পাতি থকা দেখিছিল। নীকই সেই দৃশ্য দেখি মীৰাক কৈছিল— মীৰা এতিয়া বুজিছ নহয় সেই মানুহজন অখল নহয়। ব্যৰ্থ প্ৰেমিক। দুয়োজনী আলি কেঁকুৰিটো এৰিলে। ৰবীন আৰু পলাশী দুয়োজনীৰ কথাকেই শুনিছিল। পলাশীয়ে কিন্তু মীৰা আৰু নীকক ইংগিত দিছিল। সেই সময়ত দুয়োজনে একো মাতবোল কৰা নাছিল। পলাশী কৈছিল ৰবক এতিয়া আমাৰ ঘৰলৈ যাও। বাক বলা বুলি ৰবীনে কলে। পলাশী জপনাখন খুলি দিলে। ৰবীন আগবাঢ়িল। আগবাঢ়িল পলাশী। ধনী মানুহৰ চৌহদত সোমাই ৰবীনে থকেক সময় নিজকেই ধনী বুলি ভাবিছিল। কিন্তু ৰবীনৰ ধনী হোৱাৰ অকণো ইচ্ছা নাছিল। কেৱল দুবেলা দুমুঠি পেটৰ ভাত খালেই তাৰ বাবে যথেষ্ট।

ঘৰৰ ভিতৰ সোমাই পলাশীয়ে ৰবীনক এখন চকী দেখুৱাই দি বহিব কলে। হৰ বুলি কৈ ৰবীন বহিল। আন এখন চকীত পলাশী বহিল। দুয়োজনে কিছু সময় নীৰৱ আছিল। সেই নীৰৱতা ভঙ্গ কৰি পলাশীয়ে সুধিলে— ৰবীন দা আপুনি এনেকুৱা ছদ্মবেশ লৈছে কিয়? দাড়ি চুলি ৰাখি ভোৰোকাৰ হৈছে কিয়? সন্ন্যাসী হবলৈ আপোনাৰ মন গৈছে নেকি? সন্ন্যাসী বিলাকক আপুনি সুখী বুলি ভাবে নেকি? এই মানুহে জীৱনৰ দায়িত্ব লব নোখোজে সেই মানুহে মানুহ বুলি পৰিচয় দিব নোৱাৰে।

— নহয় অ' পলাশী। পবিত্ৰ জীৱন যাপন কৰিবলৈ মোৰ হেপাহ আছিল কিন্তু এতিয়া মই তোমাৰ প্ৰেমত পাগল নহয়। নাৰী প্ৰেম কি মই সুন্দৰকৈ বুজি পাওঁ। নাৰী দেহৰ কোমলতা খিনি আৰো বেচি ভাল পাওঁ। কিন্তু আজিলৈকে এই পৃথিৱীত যত মোৰ সংঘৰ্ষৰ সৃষ্টি হৈছে তাৰ ভাৰত আছে বোচভাগেই নাৰী। ৰামায়ণৰ সীতা সতী আৰু মহাভাৰতৰ দ্ৰৌপদীৰ জীৱন কাহিনীৰ কথা মনত কৰা। ৰজা মহাৰজাক লৈ লিখা ইতিহাস বোৰলৈ লক্ষ্য কৰাচোন। এতিয়া মই দেখা পালো মাটিৰ মানুহৰ কাৰণে প্ৰেম যে মুক্তি আৰু প্ৰেম যে শক্তি। মোক তোমাৰ প্ৰেমে কিমান যে শক্তি দিছে প্ৰকাশৰ ভাষা নাই। তোমাক যিদিনাই মই পাহৰি যাম সেই দিনাই মই আৰু এই পৃথিৱীত নাই। তোমাক লগ পোৱাৰ আগতে মোক এজন মানুহে লগ ধৰি বহুত কথা কৈছিল। মই কম তুমি

শুনি যাবা দেই ।

হব বুলি কৈ পলাসী ৰবীনৰ মুখৰ ফালে চাই আছিল । বাহিৰত তেতিয়া এজাক ব'দ আছিল ।

মানুহজনে কোৱা কথাবোৰ ৰবীনে সংগতি লগাই কবলৈ আৰম্ভ কৰিলে । মোক মানুহজনে পাগল বুলি সম্বোধন কৰি এনেকৈ কৈছিল,— "হেৰৌ পাগল ? তুমি এই দুমহলা ঘৰটোলৈ চাই থাকা কিয় ? তোমাৰো জীৱকান্ত উকীলৰ দৰে ধনী হবলৈ মন গৈছে নেকি ? মন গলেও তুমি ধনী হব নোৱাৰিবা । ................ " মই সেই মানুহজনক কৈছিলো, এইখন ঘৰত মোৰ প্ৰাণৰ পলাসী থাকে । তাই বোলে এতিয়া অকলেই থাকে । তাইৰ জীৱনৰ সংস্থান কৰাৰ বাবে মই আজি আহিছো । সেই মানুহজনে মোৰ কথা শুনি খিল্ খিল্ কৈ হাঁহিছিল । মই তন্ময় হৈ সেই মানুহজনৰ মুখলৈ চাই আছিলো । মানুহজনে মোক বহুত প্ৰশ্ন কৰিছিল । মই উত্তৰ দি গৈছিলো । পৰিশেষত মই কৈছিলো পলাসীক মই জীৱনৰ প্ৰথম যৌৱনতে হিয়া ভৰি ভাল পাইছিলো । কিন্তু মই যেতিয়া কলেজত পঢ়ি আছিলো তেতিয়া এই দু-মহলাৰ ভেটিটোৰ ওপৰত এটা জৰা-জীৰ্ণ ঘৰহে আছিল । আকৌ মানুহজনে হাঁহিছিল আৰু কৈছিল,— মই যি বুজিলো তুমি নিশ্চয় গাওঁৰ মানুহ । চাই লোৱা, নগৰবোৰত প্ৰতিদিনে অট্টালিকা উঠি আছে । গাওঁত থকা মানুহখিনিয়ে উৎপাদন কৰিবহে পাৰে, টকা কিন্তু নগৰৰ মানুহৰ দৰে কাইদা-কৌশল কৰি আয় কৰিব নেজানে । মই সেই মানুহজনক উত্তৰত কৈছিলো, নগৰত বাস কৰা প্ৰায়বোৰ মানুহ গৈ অইন ঠাইলৈ খোজ লৈছিল । তাৰ পিচত মানুহজনে মোৰ কাষৰ পৰা সংগোপনে খোজ লৈছিল । মই মানুহজনলৈ কেৱল চাই আছিলো । পলাসী কিন্তু ৰবীনে কোৱা কথাবোৰ শুনি আছিল । তাৰ পিচত পলাসীয়ে মৰম লগা সুৰত কৈছিল— ৰবীন দা আপুনি অলপ বহক মই পাগঘৰৰ পৰা আহো । তাকে কৈ পলাসী পাগঘৰলৈ খোজ লৈছিল । পলাসী কিন্তু সেইজন কোন মানুহ আছিল তেওঁৰ কথাকে ভাবি গৈছিল । সেইজন হৰিমন ককাইদেউ নহয়তো ?

তেতিয়া আবেলি পাঁচমান বাজিছিল । ৰবীনে কোঠাটোত অকলেই বহি আছিল । কোঠাটো বন্ধ দেখি সি খিৰিকিবোৰ খুলি

দি এবাৰ বহল আৰু বিশাল আকাশখনলৈ চাই লৈছিল। কোঠা-টোলৈ এজাক বসন্তৰ মৃদু বতাহ সোমাই আহিছিল — তাৰ দেহ মন জীপাল হৈ উঠিছিল। হঠাতেই তাৰ মনত পৰিছিল সেই দুয়োটা দিনৰ কথা। সি কিয় পলাসীক এনেকৈ লগ কৰাৰ কাৰণে দুমহলা ঘৰটোৰ আগত থকা ৰাজপথটোত বিড়ি হুপি ফুৰিছিল? তাক পলাসী আজি লগ পাইছে। কিন্তু সি পলাসীক লগ ধৰিলে কিয় সেই সত্যটো জানো বুজি পাব? তাকটো আজিলৈ পলাসী কোৱা নাই ৰ'লক ৰবীনদা অলপ মৰা নৈৰ পাৰৰ পৰা ফুৰি আহোঁ গৈ। সুখৰ দুখৰ কথা পাতোঁ গৈ। হয়তো যোৱা দুয়োদিন তাক ৰাজপথেদি অহা যোৱা কৰা পুৰুষ-তিৰোতা আৰু ডেকা-গাভৰু সকলে পাগল বুলিয়ে ভাবিছিল নেকি? ভাবক। সি কেতিয়াও চিন্তাত বাধা নিদিয়ে। নগৰখনৰ মানুহে নাইবা পৃথিৱীৰ মানুহে যি কথাকেই ভাবক সেই-বোৰ কথাত বা সমালোচনাত তাৰ অকণো চিন্তা নাছিল। কাৰণ সি জানিছিল যে, জীৱন মানেই এখনি দীঘল নৈ নাইবা এখন নিজৰা ইতিহাস। বুজা হোৱা দিনৰ পৰাই সি লক্ষ্য কৰিলে যে, পৃথিৱীৰ সকলো মানুহ নিজক লৈ ব্যস্ত। ব্যস্ত নিজৰ সুখ আৰু ক্ষমতাক লৈ। যেয়ে যিটো কৰি জীৱন নিৰ্বাহ কৰে কৰক তাত তাৰ অকণো বাধা নাই। এনেকৈয়ে মানুহবোৰ সময় নদীৰ সোঁতত আগবাঢ়ি থাকে। জীৱন নৈৰ ভ্ৰমণ শেষ হৈ যায়। কোন মানুহৰ অন্তৰত কিমান দুখ বেদনা আৰু আঘাত সংঘাত থাকে সি ধৰিব নোৱাৰে। অৱশ্যে তাৰ অন্তৰত কিমান দুখ সি সুন্দৰকৈ বুজি পায়। পলাসীৰ হৃদয়-দণ্ড আৰু মনৰ বেদনাও বুজি পায়। দুখ, বাধা আৰু নাৰী প্ৰেমৰ পৰা অৱহেলিত হোৱাৰ কাৰণেই আজিও ৰবীনে হাড় ভঙা শ্ৰম কৰিব পাৰিছে। সি গঠনমূলক চিন্তা কৰিব পাৰিছে। বাধা নথকা জীৱনবোৰে এই পৃথিৱীখনিক সেউজীয়া আৰু আকাশখনি নীলা বুলিয়েই ভাবে। কেতিয়া পৃথিৱী আৰু আকাশে কি ৰূপ লয় গমকেই নেপায়।

যোৱা কেইদিনমান ধৰি ৰবীনে যে ৰাতিপুৱাৰ পৰা সন্ধ্যা হোৱাৰ আগমুহূৰ্তলৈকে পলাসীৰ দেউতাকে বনোৱা দুমহলা ঘৰটোৰ সন্মুখত থিয় হৈ আছিল আৰু পাগলৰ দৰে ইফালে সিফালে ঘূৰি ফুৰিছিল। সেইবোৰ ক্ষণ মুহূৰ্তলৈকে ৰাজপথেদি অহা যোৱা কৰা মানুহে অনুভৱ কৰিছিল নে? তাৰ মতে কৰা নাছিল আৰু নকৰকেও।

কেনেকৈ কৰিব ? এই পৃথিৱীৰ সকলো মানুহে জীয়াই থকাৰ সংগ্ৰাম চলাই আছে আৰু জীৱনৰ শেষ দিনলৈকে চলাই থাকিব । সকলো মানুহৰ অন্তৰত জীয়াই থকাৰ মোহ আছে । কিন্তু জীয়াই থাকিম বুলি জানো জীয়াই থাকিব পাৰে ? জাতিৰ পিতা মহাত্মা গান্ধী ১২৫ বছৰ জীয়াই থাকিব বুলি ভাবিছিল ! জীৱন আৰু মৃত্যু বোলে ভগৱানৰ হাতত ! অৱশ্যে ভগৱানত বিশ্বাস ৰাখিয়ে ৰবীনে সকলো কাম কৰি যায় । তাৰ অন্তৰত মাজে মাজে কিছুমান নতুন প্ৰশ্নৰ অৱতাৰণা হয় । আজি কালি প্ৰতিঘৰ পৰিয়ালত অভাৱ অনাটনৰ নৈ এখনি বৈ থাকে । কিন্তু কিছুমান তিৰোতাই নগৰ খোৰত নিজৰ দেহৰ মঙহ বিক্ৰী কৰি জীৱন নিৰ্বাহ কৰাও সি দেখিছে । অৱশ্যে তেনে ধৰণৰ তিৰোতাই সময়ত বৰ বৰ কথা কয় । যিবোৰ পুৰুষ-তিৰোতাই প্ৰসঙ্গ ক্ৰমে ডাঙৰ ডাঙৰ কথা কয় আৰু সকলো কথাকে জনা বুলি ভাবে, সেইবোৰ একোজন তাৰ মতে মহা মূৰ্খ । মানুহে গোটেই জীৱন শিকি থাকিলেও শিক্ষাৰ শেষ নাই । যিবোৰ পুৰুষ তিৰোতাই সকলো কথা জনা বুলি কয় আৰু ফিতাহি মাৰি ফুৰে সেইবোৰ মানুহৰ পৰা ৰবীন দূৰত থাকে । কাৰণ সি তেনে ধৰণৰ পুৰুষ তিৰোতাক ভয় কৰে । সুবিধা পালে তেনে লোকে ব্ৰহ্মতালুত খোঁট দিবও পাৰে ।

আকৌ তাৰ পলাসীলৈ মনত পৰিল । পলাসী ইমান দেৰি কৰিছে কিয় ? পলাসীক মাকে আহিব দিয়া নাই নেকি ? প্ৰায় ছয় দিনমানজুৰি সি পলাসীক লগ ধৰাৰ কাৰণে চেষ্টা চলাইছিল । সাত দিনৰ আবেলি সি আজি পলাসীক লগ পাইছে । তাৰ মতে পলাসী তাৰ কাষত সদায় থাকক । পলাসীক সি আজি তাৰ মনে ভৰা কথাবোৰ কব । ৰবীনে আজি পলাসীৰ আগত কোনো কথা কবলৈ গোপন নকৰে । প্ৰথমে সি সুধিব,— পলাসী তোমাৰ ভালনে ? তাৰ পিচত পলাসীৰ কুশল বাতৰি পালে, সি অন্তৰত তৃপ্তি পাব । কথা প্ৰসঙ্গত ৰবীনে আজি তাৰ মনে ভৰা কথা সকলো খুলি কব । আৰু কব তাইক ভাল পোৱা বুলি লগতে তাইৰ প্ৰেমত পৰা বুলি । সি যে যৌৱনত পলাসীৰ প্ৰেমত পৰিছিল আৰু পলাসীক ভাল পাইছিল সেইবোৰ পলাসী জানে নে নাই ? নিশ্চয় জানে । সেয়েহে আজিও তাই তাৰ কুশল বাতৰি সোধে ।

পলাসীৰ এদিন বিয়া হৈ গৈছিল । কিন্তু কিহৰ অভাৱত

তাইৰ বৈবাহিক জীৱন সুখময় হৈছিল? ৰবীনে সকলো কথা জানে। কাৰণ পলাসী আজিলৈকে ৰবীনৰ সন্মুখত পুংখানুপুংখ হিচাবে সেই গোপন কাহিনী প্ৰকাশ কৰা নাই। হয়তো সি জনাৰ ভিতৰত পলাসীয়ে মাক, ককায়েক, ভায়েক সকলৰ অনুৰোধ ৰক্ষা কৰাৰ কাৰণে বিবাহিত স্বামীৰ কাষ বহুবাৰ চাপিছিল, কিন্তু শিৱিয়েকে তাইক নিজৰ ঘৰত লগ পালো মাত্ৰ বোধ কৰা নাছিল। আকৌ দুই এদিন পলাসীয়ে শিৱিয়েকৰ ঘৰত থাকি মাক দেউতাকহঁতৰ ঘৰলৈ উভতি আহিছিল। সি আহকালে-পহকালে শুনিছিল যে, পলাসীক বোলে বিবাহিত স্বামীয়ে মাৰ ধৰ আৰু অত্যাচাৰো কৰিছিল। নাৰী আৰু পুৰুষৰ মনবোৰ বোলে প্ৰশান্ত নাইবা ভাৰত মহাসাগৰৰ দৰে গভীৰ। কিন্তু তাইৰ বৈবাহিক জীৱনত যে বিচ্ছেদ ঘটিছিল তাৰ বাবে দোষী কোন? আজি সি পলাসীক সকলো কথা সুধিব। কিন্তু পলাসী জানো তাৰ আগত সহজ সৰল ভাবে অতীত জীৱন কাহিনী প্ৰকাশ কৰিব? তাক তাই আপোন বুলি ভাবিলে প্ৰকাশ কৰিব আৰু পৰ বুলি ভাবিলে সত্যটো প্ৰকাশ নকৰিব। আজি সি যিবোৰ কথা অনুভৱ কৰিছে পলাসী কৰিছেনে? পলাসী তাৰ কথা চিন্তা কৰেনে? এতিয়া পলাসী থাকে বিধবা মাকৰ সৈতে। ৰবীনে স্বৰ্গ, মৰ্ত্ত আৰু আকাশ পাতালৰ কথা ভাবি থাকোতেই পলাসী চাহ মিঠাই লৈ উপস্থিত।

ৰবীনৰ সন্মুখত থকা টেবুলৰ ওপৰত চাহ মিঠাই থৈ কলে, ৰবীনদা চাহ খাওক। বাক বুলি কৈ ৰবীনে চাহৰ কাপটো হাতত ললে। ললে পলাসীও। চাহ খাই উঠি ৰবীনে আকৌ বিড়ি জ্বলাই হুপিব ধৰিলে। এনেতে পলাসীয়ে অনুৰোধৰ সুৰত কলে,— ৰবীনদা যোৱা ছয় দিন ধৰি ৰাতিপুৱাৰ পৰা পধুলিলৈ বিড়ি হুপিলে কিন্তু বিড়ি হুপি আপোনাৰ আমনি লগা নাই নেকি?

—বুইছা পলাসী বিড়ি, চিগাৰেট, মদ, ভাং মানুহে নানা কাৰণত খায়। কাৰণ নিচা খালে বোলে মানুহে অন্তৰৰ কাৰণে ৰহত কথা পাহৰি থাকিব পাৰে। মই নিজেও তুমি কৰা অৱহেলাবোৰ পাহৰি থাকিবলৈ চেষ্টা কৰিছিলো। মাজে মাজে বিড়ি চিগাৰেট খোৱাৰ পৰা বুকুখনি জ্বলিছিল। জ্বলিব দিয়া। সেই জুইকুৰা লৈয়ে এদিন শ্মশান পাম গৈ।

—জানে ৰবীনদা মদ খালে বা বিড়ি চিগাৰেট খালেই যে মানুহে

বহুত কথা পাহৰি থাকিব পাৰে মোৰ কিন্তু মনে নকয়। মদ খোৱা মানুহৰ চেতনা থাকে। তেওঁলোকে কোনে কিটো কৰে গম পায়। ৰাগি ভাঙিলেই সঁচা কথা কয়।

—বুইছা পলাসী! মানুহ মাত্ৰেই পাগল। কোনোবা মদত পাগল, কোনোবা বিড়ি চিগাৰেটত পাগল, কোনোবা পঢ়াত পাগল, কোনোবা কামত পাগল, কোনোবা প্ৰেমত পাগল।

—এতিয়া কওকচোন কি সূত্ৰত আপুনি ছদ্মবেশ লৈছিল? মোক চিনাকি দিবলৈ টান পাইছিল কিয়?

—ভাবিছিলো তোমাক দূৰৰ পৰা চাই মোৰ গন্তব্য স্থানলৈ আগ-বাঢ়িম কিন্তু হঠাতেই মোৰ মনৰ গতিত বিবৰ্ত্তন ঘটিছিল। পাছত ভাবিছিলো মই জানোনহয়, টোপনিত ভাত হেৰায় আৰু লাজত কাজ হেৰায়। লগতে মই ভয় কৰিছিলো প্ৰতিবন্ধক সকলক।

ৰবীনদা! প্ৰতিবন্ধক কোন?

—যৌৱনত যে প্ৰতিবন্ধক হৈ এদিন থিয় দিছিল সেইবোৰলৈ······।

প্ৰতিবন্ধকৰ কথা মনত পৰাৰ লগে লগেই পলাসী ৰাপ সলালে। তাই ভাবি গ'ল। আজি যিবোৰ কথা তাইক ৰবীনে কলে সেই-বোৰ সকলো সত্য। কাৰণ তাই যদি সঁচাকৈয়ে ৰবীনৰ সৈতে কামাখ্যাত নাইবা কোৰ্টত গৈ বিয়াখন সম্পাদন কৰিলেহেঁতেন আজি তাই কিমান সুখী হ'লহেঁতেন। সুখী হ'লহেঁতেন ৰবীনদাই। কিন্তু সেইটো হৈ উঠা নাই আৰু নুঠিবও। হঠাতে পলাসী সুধিলে,—ৰবীনদা মোৰ আকৌ মনৰ কথা বুলি জানো কিবা থাকিব পাৰেনে? আপুনি নিজেই কওকচোন এইখন ঘৰলৈ কিমান বছৰ পিচত আহিছে?

ৰবীন অলপ নীৰৱ হৈছিল। তাক আজি পলাসী এনেকৈ প্ৰশ্ন কৰিলে কিয়? সি দেখোন পলাসীৰ ঘৰখনৰ সকলো মানুহকেই এদিন ভাল পাইছিল। ভাল পাইছিল তাইৰ ঘৰখনক আৰু লগতে পলাসীক। কিন্তু পলাসীয়ে তাৰ জীৱনৰ সকলো কথা জানিও নজনাৰ ভাও জুৰিছিল কিয়? পলাসী যিদিনা তাৰ প্ৰেমপ্ৰীতি আৰু আদৰক নেওচি অজানাৰ সৈতে বিয়া পাতি নতুন ঘৰলৈ গৈছিল সেইদিনা ৰবীনৰ জীৱনৰ কথা ভাবিছিল জানো? হয়তো পলাসী ভাবিব পাৰে। কিন্তু সি যেতিয়া পলাসীৰ দৰে এজনী নাৰীক বিয়া কৰাইছিল সেই খবৰটো পাই পলাসীৰ তাৰ ওপৰত ঈৰ্ষা আৰু হিংসা জন্মিছিল নেকি? এতিয়াও তাক পলাসী ঈৰ্ষাৰ চকুৰে চায় নেকি?

চাওক। ৰবীনে সেইবোৰলৈ ভ্ৰূক্ষেপ নকৰে। কাৰণ ৰবীনৰ মতে এইটো চিৰ সত্য যে, নাৰীয়েই হ'ক বা পুৰুষেই হ'ক, আদৰকে নেওচি অন্যপথ ললেই পলাসীৰ দৰে জীৱন যাপন কৰিব লাগিবই। কথাবোৰ ভাবি ভাবি ৰবীনে পুনঃ পলাসীক সুধিলে, পলাসী তুমি "ওমৰ খায়াম" "হাফিজ"ৰ কবিতা পঢ়িছিলা চাগৈ। জীৱনটো যি মানুহে খোৱা, পিয়া আৰু আনন্দৰ মাজেৰে কটাই দিব পাৰে সেই জীৱনবোৰকহে জীৱন বুলি কব পাৰি। পলাসীয়ে তাৰ মুখলৈ চাই আছিল। ৰবীনে এবাৰ কবিতা পঢ়ি পলাসীক শুনালে—

এদিন ভাবিছিলো মই
চিৰকাল সুখেৰে কটাম জীৱন
কামৰত থাকিব যৌৱন চাকি,
মদিৰাৰে পিয়াহ গুৰাই দিবা
কিন্তু এতিয়া বুজিলো
এই দুনিয়াৰ সেখোন সকলো ফাঁকি।

সেয়া ফাঁকি নাছিল ৰবীনদা! এক সময়ত মোক এইখন ঘৰৰ মানুহে ফাঁকি দিয়েই বধ্য কৰাইছিল। সেই সময়ত মোক ডাক্তৰ পৰা সকলোকে কিমান যে কটুকথা শুনাইছিল সেইবোৰ সকলো মই ভাত হজম কৰাৰ দৰে হজম কৰিছিলো। কিন্তু মই আপোনাৰ মৰম আৰু স্নেহক পাহৰি যোৱা নাছিলো। ফুলশয্যাৰ ৰাতিয়েই মই সেই চৰিত্ৰহীন হেমচন্দ্ৰক বুজি পাইছিলো। তেওঁ যে নাৰী ধৰ্ষণত অভিজ্ঞ মানুহ বুলি। তাৰ পিছত এনেকৈ মই কেইদিনমান ভুইৰ সৈতে থাকি এদিন খোজ লৈছিলো পুৰণি ঘৰলৈ। তেতিয়া দেউতা জীয়াই আছিল। মা-দেউতাই মোক বহুদিন হেম-চন্দ্ৰৰ ঘৰলৈ যাব কৈছিল। মই যোৱা নাছিলো। ককাইদেউ হঁতিয়ে মোক বহুদিন কটু কথা শুনাইছিল। মই সেইবোৰ কথাত গুৰুত্ব দিয়া নাছিলো। অৱশেষ ৰবীনদা ভুল আৰু অজ্ঞতাই জীৱন। সেই ভুলৰ সমাধিস্থ কৰিব লাগিব এতিয়া আপুনি। তাত নতুন ৰূপ দিব লাগিব।

—মই তোমাৰ ভুলৰ সমাধিস্থ কৰিব নোৱাৰিম। কাৰণ ভাল কামৰ ভাল ফল বেয়া কামৰ বেয়া ফল যে বিজ্ঞ সকলেও কৈ গৈছে।

—তেনেকৈ নকব ৰবীনদা। মোৰ মনৰ সকলো কথা আপোনাক চকুৰ ভাষাৰে কৈছিলো। কিন্তু আপুনি মোৰ ফালে চেৱা লাগি

মাথোন চাই আছিল। লগতে আপুনি বৰ লাজুক ধৰণৰ মানুহ আছিল। মই এতিয়া বুজিলো মোৰ এইটো জীৱন কেনেকৈ বিফলে গ'ল ? তাকে কৈ পলাসী উচুপি উঠিল। তাইৰ দুচকুৰে সৰ্ সৰ্ কৈ পানী নিগৰিব ধৰিলে।

তেতিয়া পশ্চিম আকাশত বেলি ডুব যাবলৈ হয়তো কেইদণ্ডমান বাকী আছিল। ৰবীনে এৰি অহা অমৃত অতীতক যুকিয়াই চালে। সি মনতেই ভাবিলে যৌৱনত পলাসী কিমান ধুনীয়া আছিল। আজি তাইৰ ৰূপ এনেকুৱা হ'ল কিয় ? গাভৰুবোৰ বাগিচাত ফুলি থকা ফুলৰ দৰে নেকি ? হঠাতেই গছ গছকৈ ফুলি উঠি কেইদিনমান পিচতেই মৰহি যায়। হয়তো সি যদি যৌৱনত পলাসীক লগ পালেহেতেন তেতিয়া সি কেৱল ৰূপ আৰু সৌন্দৰ্য্যৰ গীত গালেহেতেন। কিন্তু এতিয়া সি পলাসীৰ অৱস্থা দেখি ভাবিলে যে, বয়স নামৰ দৈত্যজনে মানুহক কুৰুকি কুৰুকি খায়। অৱশ্যে সি এষাৰ কথা জানে যে, দেখাত ধুনীয়া হলে মানুহৰ মন ধুনীয়া নহবও পাৰে। কিন্তু সি জনাৰ ভিতৰত পলাসী দেখাত কিমান ধুনীয়া আছিল তাইৰ মন সিমান ধুনীয়া নাছিল চাগে। পলাসী তাৰ চকুত এতিয়াও ধুনীয়া। হঠাতেই পলাসীৰ ডাঙৰ বায়েক শুক্লালৈ মনত পৰিল। শুক্লাৰো দেখোন আজি পলাসীৰ দৰেই একে অৱস্থা। কিন্তু শুক্লাই হয়তো সন্তানৰ মুখ দেখা পাইছে কিন্তু পলাসী সন্তানৰ মুখ দেখা নাই। শুক্লাই কেনেকৈ সন্তানৰ মাক হৈছিল তাতো আছে ৰহস্য। তাক তাৰ বন্ধু গণেশে নকলেও সি জানিছিল। তাইৰ দেখোন গিৰীয়েক ধূম পাগল। সেই সন্তানৰ দেউতাক পাগলজন আছিল নে অইন কোনোবা পুৰুষ ? আৰু পলাসীৰ গিৰীয়েক আছিল চৰিত্ৰহীন। তেনেবোৰ কথা ভাবি ৰবীনে প্ৰসঙ্গটো সলনি কৰি পুনৰ পলাসীক সুধিলে— পলাসী এতিয়া তুমি কোৱা তোমাৰ মনৰ কথা।

পলাসী কিন্তু একো কোৱা নাছিল। তাই কেৱল ৰবীনৰ মুখলৈ চাই আছিল। পলাসীৰ মাক সৰকাই কোঠাটোৰ ভিতৰলৈ সোমাই আহি সেই দৃশ্য দেখি ৰবীনক কৈছিল— বোপা ৰবীন মই সপোনতো ভবা নাছিলো যে পলাসীৰ দৰে ইমান ধুনীয়া ছোৱালী এজনীৰ এনেকৈ জীৱনটো ধ্বংস হৈ যাব বুলি। এতিয়া বোপা তুমি তাইৰ কিবা উপকাৰ কৰিব পাৰিবানে ? পলাসী মাকৰ কথা শুনি মাকক কৈছিল গভীৰ বেদনাৰে — মা মই ভবাই নাছিলো নাৰী হৈ

যে নাৰী মনৰ কথা নজনা বুলি । সেইবাবেই মৰিও গৈছে মোক মাৰিও গৈছে । সেই কথা শুনি পলাসীৰ মাকে বৰ আঘাত পাইছিল । আৰু সংগোপনে আন কোঠালৈ ওলাই গৈছিল ।

বাহিৰত তেতিয়া অলপ পোহৰ আছিল পলাসী আকৌ ৰবীনৰ মুখলৈ চাইছিল । হঠাতেই তাই ৰবীনক দুহাতেৰে সাবটি ধৰিছিল । ৰবীন অলপ আচৰিত হৈছিল । সি ভবাই নাছিল পলাসী তেনে এটা কাম কৰিব বুলি । সেই ক্ষণতেই পলাসী হাঁহি এটা মাৰি কৈছিল— ৰবীনদা এতিয়া মোক আপোনাৰ মনৰ কথা কওক । মই জানো আপুনি মোক ক্ষমা নকৰিব । তথাপি মই আপোনাৰ ওচৰত আজি ক্ষমা ভিক্ষা চাইছো । ৰবীনে হঠাতেই কান্দি পেলালে । পলাসী সেই দৃশ্য দেখি ক'লে, ৰবীনদা আপুনি কান্দিলে । কান্দক । যিমান পাৰে সিমান কান্দক । কাৰণ মই জানো আপোনাৰ এই ক্ৰন্দন আৰু দুচকুৰ লোতকে পলাসীৰ বাবে হ'ব পৰম সান্ত্বনা । তাইক আপুনি ভাল পায় । মৰম কৰে । দিনে ৰাতি স্মৰণ কৰে । তাইৰ নিঃসঙ্গ জীৱনৰ সংস্থান বিচাৰে । নহয় জানো । মোৰ বোজা লোৰাৰ ভয়ত আপোনাৰ হৃদয়খনেও হাহাকাৰ কৰি উঠিছে । এনেকৈ ?

কথাবোৰ কৈ কৈ পলাসী ৰবীনৰ বুকুত মুখখনি গুজি দিলে । আবেলিৰ আকাশৰ ৰং দেখি কুলি কেতেকীয়ে কুউ কুউ কৈ মাতিলে ।

পলাসী হঠাতেই চঞ্চল হৈ পৰিছিল । ৰবীনে সকলো কথা পলাসীৰ বুজি পাইছিল । অৱশেষত ৰবীনে সমিধ সুধাই পাই কৈছিল, পলাসী মই এতিয়া এই নগৰৰ পৰা গুচি যাম । লগতে মোৰ বন্ধু গণেশক লগ ধৰি তোমাৰ কথাও কব লাগিব । মোৰাৰ আগতে এইখিনি কথা কওঁ যে, 'সময়ে সঁহাৰি দিলে' তুমি মোৰ কাষ চাপিবা দেই । তাকে কৈ ৰবীন বহাৰ পৰা উঠিল । পলাসী আন্তৰিকতেই বৰ স্থিৰ হৈ গৈছিল । ৰবীনে বসন্ত কালৰ সন্ধ্যাৰ বিৰ্ বিৰ্ মলয়া বতাহজাক ঠেলি নগৰৰ পৰা মৰাণৰ পাৰে পাৰে গাৱঁলৈ এক নতুন উদ্দীপনা আৰু নতুন আশা আকাংক্ষা লৈ আগবাঢ়িছিল । ঘৰ গৈ পাই সি তাৰ বন্ধু গণেশলৈ ঘটনাৰ সবিশেষ জনাই এখনি চিঠি লিখিছিল । সি শেষৰ শাৰীত এনেকৈ লিখিছিল,— বন্ধু সময়ে অনুমতি দিলে আকৌ তোক লগ ধৰিম ।

— সমাপ্ত —